গৰিলা এবিধ বন মানুহৰ কথা।
বিকানচ নামে এবিধ সৰু উটৰ কথা।
"মাছ এৰিলে কুৰুয়াৰ মৰণ নাই।"
Remarks by the Editor.

১৬ বছৰ। নম্বৰ ৮। আগষ্ট, ১৮৬১।
অনেক দেশৰ সম্বাদ।
মিচৰ দেশৰ এটা দলৰ কথা।
সিতা তেলৰ পুঙ্গ।
নৰৰ দুই শত্ৰু।
সমুদ্ৰৰ কম্পন।
বাঘৰ পৰা আশ্চৰিত ৰূপে ৰক্ষা পোয়া।
সভ্য হ'বলৈ নিবেদন। এজন স্কুলৰ ছাত্ৰ।
ইংৰাজিৰ নীতি কথা।
৩৮ গীত।
৩৯ গীত।
ভূগোল বিদ্যাৰ শিক্ষা।
বিজ্ঞাপন।

১৬ বছৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ।
আমাৰ কিবা চিন দেখুউয়া।
তোমাৰ মুক্তিৰ ভৰসা কি।
দুটা ভাগুক মানুহৰ কথা।
সূৰ্য্যৰ গ্ৰহণ।
এজন দৰিদ্ৰ ধৰমী লোকৰ কথা।
জগতৰ বিশেষ কথা।
নম্ৰতাই জ্ঞানৰ ফল।
"তয়ো মাৰি দিবি।"
৪০ গীত।
৪১ গীত।
ছটী ভয়ানক মাত।



অসন্মত বিবাহ।
১৬ বছৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ।
নুজিলণ্ড উপদ্বীপ নিবাসী লোকৰ ঘৰৰ নক্সা।
কাৰেণ লোকৰ ৰাজ নিচান।
শ্ৰীযুত ব্ৰাওন চাহাবৰ পত্ৰ।
আশ্চৰিত ৰূপে এটা মানুহ বধিব ধৰাৰ কথা।
পিতৃৰ সমাজিক।
সম্পাদকলৈ চিঠি।
৪২ গীত।
দেশহিতৈষী শ্ৰীযুত অৰুণোদয়।

১৬ বছৰ। নম্বৰ ১১। নবেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ।
শ্ৰী শ্ৰীযুত চেৰ চাৰ্লচ উড চাহাবৰ নক্সা।
ভৰ আকৰ্ষণৰ কথা।
ধৰমীৰ শেষ গতি।
চুএজ কানাল বা ৰূপহী নৈ।
৪৩ গীত।
৪৪ গীত।
৪৫ গীত।
৪৬ গীত।
৪৭ গীত।
নগএগ্ৰ দ্ৰোহী লোকৰ চৰিত্ৰ বৰ্ণন।
আফ্ৰিকা দ্বীপত থকা তাঁতি চৰাইৰ নক্সা।
চন্দ্ৰ ধেনুৰ নক্চা।
জ্ঞানী অজ্ঞানী চৰিত্ৰ বৰ্ণনা।
ইং শক।

১৬ বছৰ। নম্বৰ ১২। ডিচেম্বৰ, ১৮৬১।
অনেক দেশৰ সম্বাদ।
কুৰৰ পক্ষিৰ নক্সা।

পাই জ্ঞানী টকা অজ্ঞানী।
লৰা চোআলীবিলাকৰ উচিত কৰম।
কাচাৰ আৰু অসম দেশত ছাহ ওলোআৰ কথা
স্ত্রী শিক্ষা।
বিদ্যাৰ গুণ।
গীত।
৪৮ গীত।
৪৯ গীত।
৫০ গীত।
৫২ গীত।
মুসা ধৰ্ম্ম বিবৰণ।
জ্ঞান শিক্ষা কৰাৰ কথা।
বিধৱা বিবাহ
বালানিচেপাচ নমে পক্ষিৰ কথা।
আমেৰিকা দেশৰ ৰণৰ কথা।

১৭৯২ চনৰ ২ অক্টোবৰ তাৰিখে বিলাতত বেপ্টিস্টসকলৰ এখন সৰু সভাত উইলিয়াম কেৰী নামৰ এজন ডেকা পাদুৰীৰ আহ্বানত বিদেশত খ্রীস্টধর্ম প্রচাৰৰ অৰ্থে Particular Baptist Society for the propagation of the Gospal amongst the Heathen প্রতিষ্ঠিত হয়। ১৭৯৩ চনৰ ৯ জানুৱাৰীত ইতিমধ্যেই বঙ্গদেশত কাম কৰা ডাক্তৰ জন তমাছ আৰু কেৰীক ভাৰতবৰ্ষত ধর্মপ্রচাৰৰ অৰ্থে নিয়োগ কৰা হয়। সেই বছৰতে দুয়ো কলিকতা পালেহি। কিন্তু ইস্টইণ্ডিয়া কোম্পানীয়ে সিখন বৰছহৰত নতুন পাদুৰীক পাম পাতিবলৈ দিবলৈ ৰাজী নোহোৱাত দুয়ো কলিকতাৰপৰা দহ মাইল দূৰৰ শ্ৰীৰামপুৰত ৰ'লগৈ। ১৭৯৯ চনত যেতিয়া উইলিয়াম ৱাৰ্ড আৰু জশুৱা মাৰ্শমেন আহিল, তেতিয়া বিখ্যাত শ্ৰীৰামপুৰ-ত্রয় (Serampore trio) পূৰ হ'ল। তেওঁলোকে খ্রীষ্টিয়ান ধর্মশাস্ত্র দুকুৰি সাতোটা ভাৰতীয় ভাষা-উপভাষাত ভাঙি উলিয়ায়। কেৰী ছাহাবৰ যত্নতে কলিয়াবৰৰ আত্মাৰাম শৰ্মা কলিকতালৈ গৈ বাইবেলখন অসমীয়া কৰে আৰু ১৮১৩ চনত সিখন ছপা হৈ ওলায়। এই প্ৰথম ৰচিত আৰু মুদ্ৰিত অসমীয়া খ্রীষ্টিয়ান ৰচনা। ই অসমত আহোম যুগৰে বস্তু।

১৮২৬ চনত য়াণ্ডাবোৱে অসমৰ স্বাধীনতা বিলোপ কৰিলে। ১৮৩৮ চনত অসমত ব্রিটিংশ গজগজীয়া হৈ বহিল। প্রায় তেতিয়াৰেপৰা বৰ্মাত থকা বেপ্টিস্টসকলে অসমৰ ফালে এটি চকু ৰাখিবলৈ আৰম্ভ কৰিলে। অসমত গৰ্বণৰ-জেনেৰেলৰ এজেন্ট আৰু



কমিছনাৰ কেপ্টেইন এফ্. জেনকিন্‌ছে কলিকতাৰ চিভিল ছাৰ্ভিচৰ বিষয়া মিষ্টাৰ ট্রেভেলিয়ানলৈ এখন চিঠি লিখি জনাইছিল যে বৰ্মা বা শ্যাম আৰু উত্তৰ-পূব বৰ্মাৰ শ্যানসকলেৰে সমগোত্রীয় খামটিসকলৰ মাজত ধৰ্ম প্ৰচাৰ কৰাৰ কথা চিন্তা কৰিব পাৰি। তেওঁ আৰু জনাইছিল যে কোনো পাদুৰী আহিলে তেওঁলোকে ব্রিটিংশৰ আশ্রয় লাভ কৰিব। মিষ্টাৰ ট্রেভেলিয়ানে আকৌ কোনো পাদুৰী পৰিয়ালে যদি সদিয়াত মিছন স্থাপন কৰাৰ ইচ্ছা কৰে তেওঁলোকলৈ এহেজাৰ টকাৰ বৰঙণি যাচিলে। ১৮৩৫ চনত এমেৰিকাত থকা বেপ্টিস্ট বোৰ্ডক জেনকিন্‌ছৰ প্ৰস্তাৱ জনোৱা হ'ল বোৰ্ডে মৌলমেনত থকা নেথান ব্ৰাউনক সদিয়ালৈ যাবলৈ আজ্ঞা কৰিলে।

ওলিভাৰ টি. কট্টাৰ আৰু নেথান ব্ৰাউনে নিজ পত্নী আৰু এটা ছপাখানা লৈ ককিতাৰপৰা চাৰি মাহ বাটত খপি খপি ১৮৩৬ চনৰ ২৩ মাৰ্চত সদিয়াত ভৰি দিলেহি, পিছৰ বছৰ বোৰ্ডৰ আদেশমতে জেকব তমাছ আৰু মাইলছ্ ব্রনছনে সপত্নীক এমেৰিকাৰপৰা আহি কলিকতা পাই নাৱে-তৰে সদিয়াৰ ব্ৰাউন-কট্টাৰৰ লগলৈ যাত্ৰা কৰিলে। তেওঁলোক সদিয়া পাওঁ পাওঁ হওঁতেই ৭ জুলাইৰ দিনা ব্ৰহ্মপুত্ৰৰ পাৰত নাও বান্ধোতে পাৰৰ গছ খহি ততালিকে তমাছক হেচি মাৰি পেলালে। বিধৱা শ্রীমতী তমাছ আৰু ব্রনছন গিৰিয়েক-ঘৈণীয়েক ১৭ জুলাইত সদিয়াত প্ৰৱেশ কৰিলে। ১৮৩৯ চনৰ খামটি বিদ্রোহৰ ফল-স্বৰূপে সমস্ত মিছন ছপাখানাই সৈতে জয়পুৰলৈ ভটীয়াই আহিব লগীয়া হ'ল। ১৮৪০ চনত ব্রনছনে নামচডীয়া নক্টেসকলৰ মাজত এখন পঢ়াশালি পাতিলে। তেওঁৰ লগত যোগ দিলেহি ভনীয়েক কুমাৰী ৰোডা ব্ৰন্‌ছন, চাইৰাছ বাৰ্কাৰ আৰু শ্ৰীমতী বাৰ্কাৰে। তেওঁৰ স্কুলৰ কাৰণে জেন্‌কিন্‌ছৰ যত্নত উজনি অসমৰ কমিছনাৰে বাৰ শ টকা দান দিয়ে।

১৮৪০ চনৰ অক্টোবৰত কুমাৰী বাৰ্কাৰ ঢুকাল। প্ৰথম ছবছৰৰ চেষ্টাৰ পিছত এজন অসমীয়া ( নিধি লিবাই) লোকেহে মাথোঁ ধৰ্ম ধৰাত ভৈয়ামত কাম কৰিবলৈ পঠোৱা হ'ল, আৰু জেন্‌কিন্‌ছৰ উপদেশমতে ব্রনছনে যোৰহাটত কাম আৰম্ভ কৰিবলৈ আহিল। ১৮৪৩ চনত তেওঁলোকৰ আৰু এটি থানা বহিল গুৱাহাটীত। এই সময়তে শিৱসাগৰত চৰকাৰী স্কুল স্থাপিত হয়; তাত অসমীয়া আৰু বঙলা শিকোৱা হৈছিল। কট্টাৰে শিৱসাগৰত গাঁৱে গাঁৱে ছখন স্কুল পাতে। হেলেকা শৰীৰৰ বাৰ্কাৰে গুৱাহাটীত এখন স্কুল সাজিলে। ১৮৪২ চনত ব্রনছনে নগাঁৱত Nowgong Orphan Institution প্রতিষ্ঠা কৰে। ১৮৪৩ চনৰ ভিতৰতে শিৱসাগৰ বেপ্টিস্ট কাৰ্য্যাৱলীৰ প্ৰধান কেন্দ্ৰ হৈ পৰিল। কট্টাৰহঁতে জয়পুৰৰপৰা আনি ছপাখানা শিৱসাগৰত পাতিলে আৰু ব্ৰাউনে সদিয়াতে আৰম্ভ কৰা তেওঁৰ অসমীয়া সাহিত্য-সেৱা চলাই থাকিল। শিৱসাগৰৰ বাহিৰে নগাওঁ আৰু গুৱাহাটীও বেপ্টিস্টৰ প্ৰধান ঠাই হ'ল। তিনিও ঠাইতে গীৰ্জা হ'ল। সদিয়া-জয়পুৰ এৰাবাৰী হ'ল। ১৮৪৮ চনত এ.এইচ্. ডেনফোৰ্থ আৰু শ্রীমতী

ডেনফোৰ্থে মিছনৰ কামত যোগ দিলেহি গুৱাহাটীত, আইৰা.জে.স্টোড্ডাৰ্ড আৰু শ্ৰীমতী স্টোড্ডাৰ্ডে যোগ দিলেহি নগাঁৱৰ ওৰ্ফেন ইনস্টিটিউটত। ১৮৫১ ছনৰ ৩০ অক্টোবৰত নগাওঁ, শিৱসাগৰ আৰু গুৱাহাটীৰ গীৰ্জা মিলি আসাম বেপ্টিষ্ট এছোচিয়েচন গঠন কৰিলে।

এনেতে অসমৰ বেপিস্টসকলৰ কাৰণে বিপদ জাক পাতি আহিল। ব্ৰাউন-ব্ৰনছনে শিক্ষণ আৰু ধৰ্মপ্ৰচাৰক পৰস্পৰ পৰিপূৰকৰূপে লৈ যি কাম আৰম্ভ কৰিছিল, এমেৰিকাৰপৰা ডক্টৰ ছোলোমোন পেকৰ নেতৃত্বত অহা দৌত্যই সেই কাম নাপছন্দ কৰিলে। নগাঁৱৰ ওৰ্ফেন ইনষ্টিটিউটক এখন নৰ্মালি স্কুলত পৰিণত কৰা হ'ল, ফলত সি মৰি থাকিল। ব্ৰনছন ইয়াতেবৰ হতাশ হ'ল। একে কাৰণতে আৰু বেয়া স্বাস্থ্যৰ বাবে নেথান ব্ৰাউনে ১৮৫৫ ছনত শিৱসাগৰ এৰিলে। ১৮৫৭ ছনত প্ৰথম ভাৰতীয় স্বাধীনতা আন্দোলন আৰু বেমাৰ-আজাৰেও বেপ্টিস্টসকলক জুৰুলা কৰিবলৈ আগবাঢ়ি আহিল। গুৱাহাটীৰ ডেনফোৰ্থে ১৮৫৭ ছনৰ বাৰিষাটো নিতৌ ৰণ-বিভাগৰ কাম কৰিব লগীয়া হৈছিল, শিৱসাগৰৰ ছেমুৱেল এম. হোৱাইটিং পৰিয়ালেও ৰণৰ জুমুৰি পৰিলহে কাম এৰি যাবলৈ সাজু হৈছিলেই, ভাগ্যে সেই অৱস্থা আৰু নহ'ল। ১৮৫৯ ছনত ডেনফোৰ্থ পৰিয়াল স্বাস্থ্য বেয়া বুলি এমেৰিকালৈ গ'লত চাইৰাছ এফ্. টোলমান আৰু শ্ৰীমতী টোলমানক নগাঁৱলৈ পঠোৱা হয়। ইফালে ব্ৰনছন পৰিয়ালো এমেৰিকালৈ যোৱাত শিৱসাগৰৰ হোৱাইটিঙে কেয়োফালে চকু দিব লগীয়াত পৰিল। টোলমানে ১৮৫৯ ছনত মিকিৰ পৰ্বতত কাম আৰম্ভ কৰিছিল; কিন্তু তেওঁৰ শৰীৰৰ কাহিলা পৰাত ব্ৰনছন দেশৰ পৰা ঘূৰি অহা ছেগতে তেওঁ এমেৰিকালৈ ঘূৰি যাবলৈ বাধ্য হ'ল। ইফালে ছৰকাৰৰ কৰ-কাটল বঢ়াত অসমীয়া প্ৰজাৰ মাজত অসন্তোষ বাঢ়ি উঠিল। কোনো কোনোৱে ক'বলৈ ধৰিলে, সকলো প্ৰজাকে ছৰকাৰে খ্ৰীস্টিয়ান কৰিহে এৰিব। ভূতৰ ওপৰত দানহৰ দৰে, বেপ্টিষ্টসকলৰ নিজ ঘৰ এমেৰিকাতে জুই লাগিল গৃহ-যুদ্ধৰ ৰূপত। বিশেষকৈ ১৯৬৭ ছনৰপৰা অসমত বেপ্টিস্টসকলৰ প্ৰচাৰৰ পথৰ পৰিৱৰ্তন হ'ল, তেওঁলোকে ভৈয়ামৰ লোকক এৰি পৰ্বতীয়া লোকৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ লাগিল।

১৮৪৬ ছনৰ জানুৱাৰীৰপৰা ওলিভাৰ টি. কট্টাৰৰ সম্পাদনাত ১৬ পিঠীয়া 'অৰুণোদই' প্ৰকাশ পাবলৈ ধৰে। তাৰ ওপৰৰ শিৰোনামা এনে প্ৰকৃতিৰ —

# অৰুণোদই সম্বাদ পত্ৰ।

প্ৰথম চোআ। মোঃ সিৱসাগৰ, জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। ১ নম্বৰ

VOL. I. SIBSAGOR, ASSAM, JANUARY, 1846. No. 1

কাকতখনৰ প্ৰতি পৃষ্ঠাত ছপা অংশৰ দুটাকৈ স্তম্ভ। শেষ পৃষ্ঠাৰ দ্বিতীয় স্তম্ভৰ শেষাংশত এইখিনি কথা ইংৰাজীত দিয়া হৈছিল।

**THE ORUNODOI,**

*A Monthly Paper, devoted to Religion, Science, and General Intelligence, is printed and published at the sibsagor Mission Press, by* **O.T. CUTTER**, *for the American Baptist Mission in Asam. Price one rupee per annum, in advance, or one and a half at the end of the year.*

এই প্ৰথম সংখ্যা কাকতৰ বিষয়-সূচী ওপৰত দিয়া হৈছে। লেখকসকলৰ নাম ক'তো দিয়া হোৱা নাই। তাৰ পৰিবৰ্তে 'জোআ বচৰৰ কথা', 'ধৰমৰ কথা বাত্ৰা' (তাৰ লগৰ 'হেকলা পৰ্বতৰ তপত জোল ওলোআৰ কথা'), আৰু 'ৰজাৰ মৈদাম খনা' প্ৰবন্ধকেইটাৰ লেখকক বুজাবলৈ " । । " চিনটি মাত্ৰ ব্যৱহাৰ কৰা হৈছে। 'কানিৰ' বিবৰন' প্ৰবন্ধৰ দুটা পদ (আমাৰ মুল পুথিত সন্নিবিষ্ট) আৰু গদ্য কথাখিনিৰ শেষত লেখকৰ নামৰ ইঙ্গিত হ'ল "ৰু"।

ওলিভাৰ টি কট্টাৰ ১৮৪৬ জানুৱাৰীৰপৰা ১৯৫০ ফেব্ৰুৱাৰীলৈকে সম্পাদক, মুদ্ৰক আৰু প্ৰকাশক আছিল। ১৮৫০ মাৰ্চৰপৰা তেওঁ মুদ্ৰক আৰু প্ৰকাশকৰূপে থাকিল, কিন্তু ডক্টৰ নেথান ব্ৰাউন (ব্ৰাওন) সম্পাদক হ'ল। ১৮৮২-৮৩ ছনলৈকে 'অৰুণোদই' চলি আছিল আৰু আন আন সম্পাদকসকল আছিল এপলটন হাও ডেনফোৰ্থ, ছেমুৱেল এম্. হোৱাইটিং, ডক্টৰ মাইলছ ব্ৰনছন, শ্ৰীমতী এছ. আৰ্ ৱাৰ্ড, ই. ডব্লিউ ক্লাৰ্ক, এ.কে. গাৰ্নী আদি। সকলো সংখ্যা পত্ৰিকা নোপোৱাত কাৰ কাৰ্যকাল কেতিয়ালৈকে আছিল জনা নগৈছে। ব্ৰাউন চাহাব ১৮৫০ মাৰ্চৰপৰা ১৮৫৪ আগষ্টলৈকে সম্পাদক আছিল, তাৰ পিছত কিমান দিনলৈ আছিল আমি ধৰিব নোৱাৰিলো। ১৮৫৬ জানুৱাৰীৰ পৰা ডেনফোৰ্থৰ নাম আছে। ১৮৫৭ ফেব্ৰুৱাৰীৰ পৰা হোৱাইটিং সম্পাদক হয়, আৰু সম্ভৱতঃ

১৮৬০ ডিচেম্বৰলৈকে থাকে। ১৮৬১ বছৰটো উইলিয়াম ৱাৰ্ড সম্পাদক আছিল; তাৰ পিছৰ লেখ পোৱা নাযায়।

সৰহখিনি ক্ষেত্ৰতে 'অৰুণোদই'ৰ প্ৰবন্ধ-লেখকসকলৰ নাম পোৱা নাযায়। অনেক ঠাইত লেখকৰ কোনো ইঙ্গিত দিবৰে যত্ন কৰা হোৱা নাই। আন কিছু ঠাইত ।।, §, *, ... আদি চিনে লেখকৰ নামৰ ঠাই লৈছে। তাৰ ভিতৰত "।।" চিনটোৰেই ব্যৱহাৰ বৰ বেছি, আৰু আমাৰ অনুমানতে ই সম্পাদকীয় ৰচনাৰ সঙ্কেত। ১৮৪৮ চনৰ নবেম্বৰত প্ৰথম দেখা দিয়া জন বান্য়ানৰ Pilgrim's Progress - অৰ ভাঙনি 'জাত্ৰিকৰ জাত্ৰা'ৰ অনুবাদককো এই সঙ্কেতেৰেই নিৰ্দেশ কৰা হৈছে। 'অৰুণোদই'ত সকলোতকৈ বেছি প্ৰবন্ধ-কবিতা লিখা লেখক হ'ল নিবি লিবাই ফাৰোৱেল। অসমীয়া খ্ৰীষ্টিয়ান সাহিত্যলৈ এওঁৰ বৰঙণিয়েই সেই দেখি আটাইতকৈ ডাঙৰ বুলি ক'ব পাৰি। আমাৰ অনুমান হয়, এওঁ 'অৰুনোদই'ৰ সম্পাদকসকলৰ সদায় সোঁ হাত আছিল আৰু অনেক নিনাও লেখা এওঁৰেই। এওঁৰ প্ৰবন্ধৰ বিষয় অতি বিস্তৃত; তাৰ ভিতৰত বিশিষ্ট হ'ল ভক্ত পল আদি এপোস্টলসকলৰ (পাঁচনি) পৰিচয়-সমূহ, হিন্দুস্থানৰ আৰু গজনিৰ মুছলমান ৰজা-সম্ৰাটসকলৰ বুৰঞ্জী, বাইবেলৰ বিবিধ কাহিনী আৰু চৰিত্ৰৰ আভাস, ধৰ্ম-প্ৰচাৰৰ বাতৰি আৰু 'তিৰ্থৰ বিবৰণ' বা 'তিৰ্থৰ জাত্ৰা' নামে পদ্য ৰচনা। শেষৰ ৰচনাটিত নকৈ খ্ৰীস্ট-ধৰ্মত শৰণীয়া হোৱা নিধি লিবাই হিন্দু ধৰ্মৰ প্ৰতি কঠোৰ আৰু কটু হৈ পৰিছে; অনেক ঠাইত যে অযথায় তেনে হৈছে, আমাৰ মূল পুথিত সন্নিবিষ্ট পাঠৰপৰাই তাক ধৰিব পৰা যাব। 'ন.ল.' বা 'ন.ল.ফ.' তেওঁৰ নামৰ সঙ্কেত-ৰূপে ব্যৱহাৰ কৰা হৈছে।

'অৰুণোদই'ৰ লেখকসকলৰ সাঙ্কেতিক নামবোৰ তলত বৰ্ণানুক্ৰমিকভাৱে সজোৱা হ'ল —

অ. — 'আমেৰিকা প্ৰথমে দৰ্সন হোআৰ কথা'।
অ.চ.ক. — 'গিয়ানৰ পহাৰ', 'পৰিখাৰ বিবৰন'।
অ.ল.ম. — 'নানা সম্বাদ', 'পৰিশ্ৰমৰ ফল'।
অ.হ.দ. — 'আপোনাৰ হিত চিন্তা কুকুৰ' 'মৌ মাখিৰ কথা. 'The new Steamer'।
আ. -- 'বিভিচাৰ বিসয়ক', 'নগাৰ বিবৰন', 'খামতিৰ বিবৰন', 'মিচিমিৰ বিবৰন', 'আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন', 'অঁকাৰ বিবৰন', 'আমেৰিকাৰ দুই জন চিকাৰি লোকৰ বিবৰন'।
আ.হ.দ. — 'মৰমিয়াল কুকুৰ'।
ই.হু.ব. (সম্ভৱতঃ শ্ৰীমতী ইলাইছা হুইট্নি ব্ৰাউন) — 'ম্ৰিত্যু হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰন,' (বাখৰগঞ্জৰ) 'ৰামগতিৰ বিবৰন', 'ধৰমি চহৰিয়া এজনৰ বিবৰণ'।



উং — 'ববি নামে এটা সাহসিক কুকুৰৰ আখ্যান'।
ও. — 'গিত' (৭.৮), (৮.৫)।
ও.ও. (সম্ভৱতঃ ও আৰু ও.ও. হ'ল উইলিয়াম ৱাঁড) — 'গিত' (৯২)।
ক. — অসমীয়া আৰু বঙালী মানুহৰ চৰিত্ৰ তুলনা কৰি এটি প্ৰবন্ধ, 'তিনটা ঘোৰাৰ পৰিখা'।
ক.ৰ.চ. — 'নগাৱঁত মাউৰ লগাৰ কথা'।
কু. — 'আচৰিত কথা বাত্ৰা'।
খে. (সম্ভৱতঃ বেপ্টিস্টসকলৰ লগত সম্বন্ধ ৰখা যোৰহাটৰ খেটকেশ্বৰ পণ্ডিত) — 'নিনিবি পুৰনি নগৰত পোআ মুৰ্তি'।
ঘ. — 'গঙ্গা নাৰায়ণ চিল'।
ঘ.ল.প. — 'আকবৰ বাদস্যাৰ কথা'।
ঘি. — 'দুখিয়া লোকক দয়া কৰা', আচৰিত ৰূপে প্ৰান ৰখ্যা পোআ, 'বনিয়ন চাহাব আৰু বন্দিসাল ৰখিয়াৰ কথা' আদি।
চ.অ.ক. — 'ইস্বৰে আপোনাৰ লোকক ৰখা'।
চি.দ. — 'বিদ্যা ৰূপ ব্ৰিখ্য'।
চি.দ.প. — 'উপদেস হেলা কৰা লৰাৰ অধিক বয়সত দুৰৱস্থা হোআ, 'পুৰাৱিত'।
জ.ট. — 'আৰ্চিৰ বিসই', 'মৰনৰ বিসয়ে কিচু চিন্তা', 'এটা ন ভবা গননা', 'আকৰ্স্ন', আৰু তাপৰ বিসই, 'খেহ', লোকৰ ক্ৰিপা কৰোঁতা দেবি', 'কুভাবনা', 'কালৰ বিসই', 'হাঁতি আৰু সিয়ালৰ দ্ৰিষ্টান্ত'।
জ.ত. — 'সত্য ধৰমৰ চাৰি প্ৰমান'।
জ.ৰ. — 'ডাঙ্গৰ বিসইৰ কথা'।
জি.ৰ. (গুণাভিৰাম বৰুৱা) — 'বিধৱা বিবাহ', 'বন্ধুতাৰ কথা', ইংলণ্ড আৰু অচম দেস', 'তিৰ্থ আৰু পুৰানৰ উত্পতিৰ কথা', 'পুৰুসে তিৰোতাক জি ৰূপে সমাদৰ কৰিব লাগে', 'দুজনি বিধৱা চোৱালিৰ বিবাহ হোআৰ কথা', 'মাত্ৰি ভাসাৰ সক্তি' আদি, 'ৰাম নৱমী নাটক।'
জে.ট. — 'ত্ৰান কৰ্তাৰ আগমন'।
জো.ব. — 'প্ৰিথিবিৰ আকৰ্স্নৰ বিসইতে দুইজনৰ কথোপকথন'।
ত.থ. — 'ধৰমৰ উচাহৰ কথা', 'সোকৰ ঔসধ'।
থ.ত. — সম্পাদকলৈ (১২.১২)।
দ. — 'বাপেক পুতেক আৰু গাধ', 'বৰখুনৰ কথা', 'মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন'।

দ.ক. — 'পৰিয়ালৰ সাসন।'
ধ. — 'গিয়ান আৰু লাভ বৰ্হাৰ কথা'।
ধ.ল.হ. — 'আপুনি আপোনাৰ বিচাৰ কৰা উচিত, অথবা.....'(দুভাগ)।
নু. — 'নামান নামেৰে এজন কুঠিয়া স্বস্ত হোৱাৰ কথা'।
প. ৰা. স.— 'সিৱসাগৰত সভা পতা কথা'।
প.স. — 'প্ৰিথিবিৰ আকাৰৰ বিসই', 'মতোআল হোআৰ কথা'।
পু.স. — 'হিত কথা সফল'।
প্ৰ.চ.দ. — 'পাকৈ ঢোঁৰা চৰাইৰ বিবৰন'।
ফ. — 'তিনিটা সৰু মাচৰ দ্ৰিষ্টান্তৰ কথা,।
ফ.দ. — 'ভাই, ভনি, লগৰিয়াবিলাকলৈ লৰাহতৰ বেৱহাৰ', 'মিচা কোআৰ কথা', ম্ৰিত্যুৰ পাচৰ ঘটনাৰ কথা'।
ব. (সম্ভৱতঃ,ব,ব.দ. আৰু ব্দ, হ'ল ডক্টৰ নেথান ব্ৰাউন।) — 'সিল হৈ জোআ মঁহৰ কথা', 'তেজ জোআ সিৰৰ বিবৰন', 'কেমতাই অৰ্থাৎ বনৰৌ পহুৰ বিবৰন, 'ত্ৰোআ নগৰৰ কাঠৰ ঘোঁৰা।
বং — 'দেও পুজক লৰাৰ গান'।
ব.দ. — 'অসম লৰা আমেৰিকালৈ জোআৰ কথা', 'কুকুৰ আৰু সিয়ালৰ কথা', 'গুপুত ধন'।
ব.ন. — 'প্ৰাথমিক সিখ্যা, 'ইস্বৰ আৰু তেওঁৰ স্ৰিষ্টিৰ কৰমৰ কথা', জন্তুবোৰক, আমি জি ৰূপ বেৱহাৰ কৰিব লাগে তাৰ কথা', 'মিক্ৰস্কোপ আৰু এক নিষ্ঠুৰ লৰাৰ কথা', 'মহা চিকন্দৰ আৰু তেওঁৰ মাক', ইত্যাদি।
ব.ন.চ. — উত্তম ভাৰ্জা'।
ব.প. — 'প্ৰভুৰ ৰাজ্য ব্ৰিধি'।
বিং সং — 'খেহ দেশৰ জঙ্ক নামেৰে সাগৰত ফুৰা জাহাজ', 'ঢাকাৰ মল মল কাপোৰৰ বিবৰন'।
ব্দ. — 'কানিৰ বিবৰন', 'কাকতি ফৰিঙ্গৰ কথা', 'ধৰমৰ কথা বাত্ৰা', 'মানুহ এজনক ফাঁচি দিয়াৰ কথা' (শিৱসাগৰত)
ভ. — 'চৰাই চলনৰ সক্তি', বিস্বাসৰ ফল',
ভ.ম.ব. — 'সুৰ সিকা এটা পাৰ চৰাইৰ কথা', 'সুবুধি'।
ভ.শ.স.স. -'জ্ঞান প্ৰদায়িনি সভাৰ সম্বাদ'।
ম. — 'কএদি এজনক ফাঁসি দিয়া কথা' (নগাঁৱত), 'প্ৰিথিবিৰ পূৰ্ব-কালিয় ইতিহাসৰ সংখেপ বিবৰন, 'অৰুনোদই পৰ্হা সৰু লৰাবিলাকৰ প্ৰতি



প্ৰথম প্ৰনই পত্ৰ', 'মিচৰ দেসৰ বিসই' আদি।
ম.ফ. ক্ৰ. - 'ৰুসিয়া ৰজাবিলাকৰ আখ্যান'।
ম.ব. (সম্ভৱতঃ, ম. আৰু ম.ব. = ডক্টৰ মাইলছ ব্ৰনছন)— 'মহম্মদৰ ধৰম বঢ়াৰ বাত্ৰা', 'ঘোষা পুথি চপা হোআৰ বিগ্যাপন', 'বহু মূল্য মুকুতা', 'লঙ্কা উপদীপৰ কথা', তোমাৰ মুক্তিৰ ভৰসা কি'।
ম.ৰ.ব. (কুমাৰী মেৰী আৰ্. ব্ৰনছন?) — 'সৰু চিমুএল' (পদ্য)।
মা. — 'নগাঁৱত মাউৰ লগাৰ কথা'।
মো.স. — 'পৰাৰ' ( ১৬.৩)
ৰ. — 'ভোটৰ দেসৰ বিবৰন', 'লঙ্কা উপদিপৰ কথা', 'কম্পানি বাহাদুৰৰ বিবৰন'।
ৰং দং প্ৰং - 'বিদ্যাৰ গুন'।
ৰু. — 'পূৰ্বকালৰ ইতিহাস', 'আদমে পাপ কৰা কথা', 'কইন আৰু হেবেলৰ কথা', 'আব্ৰাহামলৈ অঙ্গিকাৰ কৰা দেস', আৰু — 'পুত্ৰ', 'আব্ৰাহম নাইবা প্ৰেমৰ পৰিখা', 'য়াকোবে দেখা স্বৰ্গিয় সপোন' আদি।
ৰু.এ. ক. — বাতৰি ( ১৬.৩)।
ৰু.ৰা. — 'বিধৱা বিবাহ' (১২.৮)।
ৰু. ৰা. ডে.- 'ছটা ভয়ানক মাত'।
ল.দ. — 'সাধু কথা'।
ল.লে.দ. — 'উপকাৰি পৰামৰ্স।'
সু. স. — 'সাদুকথা (Riddles) - তাৰে এটাৰ এশাৰী কথা হ'ল 'কবি কঙ্কন হিয়েলিৰ চন্দ'।
হ.চ. — 'স্ত্ৰীশিক্ষা'।
C.H. -- 'য়ান হাৰ্মচে নামেৰে এটা মাউৰা লৰাৰ বিবৰন।'
D. — লিদিয়া স্তুৰ্তিবেন্ত, নাইবা আত্মাক নাস কৰা ঠাৱৰ'।
G.D. — 'লুইচা নামেৰে এজনি চোআলিৰ বিবৰন।'
G.L.P. — 'প্ৰশ্নবিলাকৰ উতৰ'।
H.Chunder (সম্ভৱতঃ হেমচন্দ্ৰ বৰুৱা) — 'আচৰিত গচ'।
G.J.S. — 'সভ্যতা আৰু বাণিজ্যৰ কথা'।

এইদৰে লেখকৰ নাম সাংকেতিক ৰূপ দিয়াৰ চলতি গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'তো আছিল। গুণাভিৰামে তাত নিজৰ নামৰ ঠাইত 'জি', দিছিল।

তলত দিয়া প্ৰবন্ধ-লেখক বা পত্ৰ-লেখকৰ নাম-সমূহ বিভিন্ন সংখ্যা 'অৰুণোদই'ত পোৱা যায়।

আনন্দিৰাম ফুকন ( আনন্দৰাম ঢেকিয়াল ফুকন) - তলত চাওক।

ইডা বি পাটন — 'আমেৰিকাৰ পৰা পঠোআ পত্ৰ'।
উৎসৱানন্দ গোস্বামী ডিপুটি ইনস্পেকটৰ — 'বিজ্ঞাপন' (১৬.৬)।
কনকচন্দ্ৰ সৰ্মা - 'ভুতলৈ ভয় কৰা মিচা'।
কম্বুকণ্ঠ সৰ্মা — 'সিংহ আৰু সহাৰ কথা'।
কাতিৰাম গোঁহাই - 'চৰাপুঞ্জি মোকামৰ বিবৰন'।
কিনাৰাম সত্ৰিয়া — 'কলিকতাৰ সুখিয়াতি' (পদ্য)।
গোবিন্দৰাম ভূঁয়া — 'নগাঁও জিলাৰ বৰ্নন (পদ্য)।
চিকা দাস (শিৱসাগৰ) — 'সত সংসৰ্গ কৰাৰ কথা' (পদ্য)।
জাতিৰাম গোঁহাই — 'পুলিপেনাং মাজুলিৰ বিবৰন'
দয়াৰাম চেটিয়া — 'ৰঙ্গপুৰ নগৰৰ বৰ্নন' (পদ্য)।
ধৰ্মকান্ত গোহাঁই — 'গুআহাটিৰ বিবৰন' (পদ্য)।
পথ্যধৰ সৰ্মা — 'জুবা ও গিয়ানি লোকলৈ নিবেদন'।
পমধৰ সম(সম্ভৱতঃ, প্ৰেমধৰ শৰ্মা) — 'ল'ৰা কালে কৰিব মৰম'।
পুৰ্নানন্দ সৰ্মা মহোৰি ক্ৰিমিনেল কোৰ্ত (Sri Purnanond Sorma)– 'বিবেচনাৰ গুণ' (পদ্য) 'ভালৰূপে কাকত পৰ্হ্বৰ নিয়ম', 'অচম দেসৰ বালক সকলৰ বুধি আৰু যথাৰ্থ গিয়ান বাৰ্হ্বিৰ উপাই', সম্পাদকলৈ (৯.৮), আচাম দেস হিঁতেসিনি সভাৰ বিগ্যাপন', 'অসমীয়া ভাসাৰ কথা' আদি।
শ্ৰীব্ৰাওন চাহাব আৰু শ্ৰীমতী মেম চাহাব — চিঠি (১৬.১০)।
মিৰ মজফৰ হুচেন (কলিকতাত পঢ়া ছাত্ৰ) — 'জহ্নিৰ বিবৰন', সম্পাদকলৈ চিঠি (৯.২)।
মুনছী কেফায়ৎ উল্লা মুনচেফ — 'নীতিকথা', 'জ্ঞানী অজ্ঞানীৰ চৰিত্ৰ বৰ্ননা'।
লুচিএন হেউডেন, ওৰফে ধনীৰাম — বোস্টোন ছহৰৰ পৰা পত্ৰ।
সৰ্ব্বগুণ্য ভট্টাচাৰ্য্য — চিঠি (১৬.১০)
সুভদ্ৰি — 'জুধত ৰখ্যা পোআ'।
Anondoram Phukan - ইংৰাজি আৰু অসমিয়া যি অভিধান অলপতে চপোৱা হব, তাৰে আৰ্হি (১১.১২) : A - Ablution
Lakhmilal Dutt (Sibsagor) : সম্পাদকলৈ চিঠি ( ৯.৮)

নিজৰ নাম স্পষ্টকৈ নিদি লিখা লেখকসকলে এইবোৰ নাম ব্যৱহাৰ কৰা দেখা যায় —
অৰুণোদই পাঠক এজন — 'অৰুণোদইৰ সুনিয়ম'
এজন অচমিয়া লোক — 'অচম দেসৰ লোকসকলৰ প্ৰতি নিবেদন পত্ৰ' (৮.৫), (৮.৭), (৮.৮), (৮.১০), (৯.১), (৯.৭), 'বিবাহৰ সময়ত যিসকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা', 'বিধবাৰ বিবাহ', 'অচমিয়া ভাসা',। এই লেখক গুণাভিৰাম বৰুৱাও হ'ব পাৰে।



এজন মিত্ৰ — 'নিজ পিত্ৰি মাত্ৰি জানি সমাদৰ ৰাখিবা'।
এজন স্কুল ছাত্ৰ - 'সভ্য হ'বলৈ নিবেদন'।
ওপৰ অচমত থকা এজন অসমিয়া লোক — 'অচমিয়া লোকসকলৰ হিত কথা'।
তোমালোকৰ পৰম মিত্ৰ এজন — 'আপোন সন্তানলৈ পিত্ৰি মাত্ৰিৰ উচিত কৰম'।
বিদ্যালয় পৰিত্যাগী ছাত্ৰ — 'এখন পত্ৰ আৰু তাৰ উতৰ'।
যথাৰ্থ বক্তা — 'গৰগাঁও নগৰৰ কথা'।
সিখ্যক — 'মোৰ আই'।
শ্ৰীসোনাৰ চাঁদ (হেমচন্দ্ৰ বৰুৱা) — 'অনেক বিয়া কৰা অজুগুত'।
শ্ৰীশ্ৰীমতি অচম ভূমি — 'অচমিয়া লোকলৈ নিজ ভূমিৰ সাধাৰন পত্ৰ'।
শ্ৰীশ্ৰীমলুআ কপিৰাজ চক্ৰবৰ্তি — 'মলুআ ৰজাৰ এখন চিঠি'।
সম্ভৱতঃ তলৰখিনি বিবিধ পুথিৰপৰা লোৱা পাঠ —
অচমিয়া লৰাৰ মিত্ৰ — 'ইস্বৰৰ আখ্যা'।
লৰাৰ মিত্ৰ — 'হিন্দুস্থানৰ নানা প্ৰদেস', 'ইস্বৰ তেওঁৰ সকলো স্ৰিষ্টিতকৈ গৌৰবন্ত', 'উঁইৰ কথা', 'গিয়ানৰ পুত্ৰ, 'অৰ্থাৎ মনুস্য', 'ইস্বৰ চকু সকলো ঠাইতে আচে', 'চিপিও সেনাপতিৰ চৰিত্ৰৰ কথা'।
বিবিধাৰ্থ সংগ্ৰহ — 'লঙ্কা দিপৰ বিবৰণ'।
সম্বাদ পত্ৰ পুৰ্নচন্দ্ৰোদই — 'নিতি ৰেনু'।
Podartho Bidya - 'মানুহৰ বিসই'।

'অৰুনোদই' কাকতে অসমীয়া পাঠকৰ মানসিক দিগন্ত আধুনিক ধাৰাত বহল কৰি তুলিছিল। গ্ৰীচ, মিছৰ, খেহ দেশ (চীন) আদি দূৰ দেশৰ বুৰঞ্জী আৰু ৰাজনীতি, ৰুছিয়া, মেক্‌ছিকো, গুৱাটিমালা আদি দূৰ দেশৰ ভূগোলৰ বিবৰণ, ভাৰতবৰ্ষৰ বুৰঞ্জী আৰু চলন্ত ৰাজনৈতিক ঘটনাৰ সংবাদ আদি 'অৰুণোদয়ে', সততে পৰিৱেশন কৰিছিল, প্ৰাণীবিদ্যা, উদ্ভিদ-তত্ত্ব, পদাৰ্থবিদ্যা আৰু জ্যোতিৰ্বিদ্যা, আদি জ্ঞান বিতৰণ কৰিছিল। এই কাকতে বাইবেল আৰু খ্ৰীস্টিয়ান ধৰ্মৰ সাহিত্য আৰু বুৰঞ্জীৰ আভাস দিছিল, নানা পেৰেবোল, উপকথা আদিৰ পুনঃকথন কৰিছিল। জন বান্‌য়ানৰ Pilgrim's Progress -অৰ ভাঙনি ধাৰাবাহিকভাৱে প্ৰকাশ পায় 'অৰুনোদই'তে। 'ৰাধানাথ আৰু প্ৰসন্নৰ কথোপকথনে' এক উপন্যাসৰে আকৃতি ধাৰণ কৰি আছে। 'পুৰণি অসম বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জি', 'চুটিয়া বুৰঞ্জি', — এই তিনিখন পুৰণি অসমীয়া বুৰঞ্জী ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাত বাহিৰৰ জগতেও অসমৰ প্ৰাচীন বুৰঞ্জী-সম্পদৰ ভূ পাব পৰা হৈছিল। আ. নামৰ লেখকৰ অসমৰ জনজাতি-সমূহৰ পৰিচয় সমূহ অতি মূল্যবান সম্পত্তি। গুণাভিৰাম বৰুৱাৰ সামাজিক 'ৰাম-নৱমী' নাটকখনি পোনতে 'অৰুনোদই'ৰ বুকুতে ওলায়। ১১শ বছৰ ১২ শ সংখ্যাত সম্পাদক ডেনফোৰ্থে আনন্দৰাম ঢেকিয়াল ফুকনৰ ইংৰাজী-অসমীয়া অভিধানৰ A-ৰপৰা Ablution পৰ্যন্ত প্ৰকাশ কৰি জনায় যে 'ফুকনে

ইংৰাজি অচমিয়া আৰু অচমিয়া ইংৰাজি, এই ৰুপে দুই খণ্ড অভিধান লিখিচে। তাৰে আৰ্হি লোকবিলাকক দেখাবৰ কাৰণে এই অৰুনোদইৰ মাজত দুই এক পিঠি চাপিবলৈ আমাক পত্ৰ লিখিচে’। জীৱনী, ভ্ৰমণ-বৃত্তান্ত আদি আধুনিক সাহিত্যৰ অঙ্গৰ বিকাশো ‘অৰুনোদই’তে হৈছিল। চাইৰাছ বাৰ্কাৰ, গতলব চি. ডাইবিল (Dauble), ডব্লিউ. জে. লং আদি ছাহাব লোক, আৰু খুকু আবি ফাৰোৱেল, বুধি লিজি বোৰ্ডমান, বাতিৰাম দাস, লুঙ্গচাঙ্গ ফ্ৰাঞ্চিছ ওৱেলণ্ড (নগা) আদি লোকৰ মৃত্যু-সংবাদ (obituary note) বিশেষ মন্তব্য। অসম আৰু বাহিৰত খ্ৰীস্টধৰ্ম-প্ৰচাৰৰ সংবাদ প্ৰায় সংখ্যাতে দিয়া হৈছিল। অৰুনোদই’ৰ ফেন্দুজালিৰ সময়ত আধুনিক অসমীয়া কবিতাই চেৰা-শালিত কিদৰে কান্দিছিল, তাৰ আভাস বৰ কৌতুহলৰ বিষয়। পুৰণি তেতিয়া মৰি গৈছে, কিন্তু নতুনৰ জন্ম যন্ত্ৰণা হৈ পৰিছে। কবিতাৰ অনুভূতি আৰু কল্পনা তেতিয়াও বহুত আঁতৰত। ‘অসমিয়া লৰাৰ মিত্ৰ’, বঙলা ‘চিত্তবিলাসিনি পুথি’, ঘোষা পুথি আদিৰ বিষয়ে ওলোৱা কথাখিনিতে আধুনিক সমালোচনা সাহিত্যৰ জন্ম বুলি ক’লে বোধ হয় শুদ্ধ নহ’ব। কিন্তু ‘বাৰেমতৰা পখিলা পুথি’, ‘কানীয়া কীৰ্তন’ আদি প্ৰকাশ আৰু প্ৰচাৰৰ সম্বাদ মন কৰিবলগীয়া। ২ য় বছৰ ষষ্ঠ সংখ্যাৰপৰা মাহেকীয়া পঞ্জিকা আৰু ৯ম বছৰ ১ম সংখ্যাৰপৰা ‘অৰুনোদইৰ ধন পোআ ৰচিত’, এই দুটি নতুন বস্তু সুমুওৱা হয়। গ্ৰাহক-সংখ্যাৰ এটি বিশ্লেষণ বৰ্তমান সংগ্ৰহত সন্নিবিষ্ট হৈছে। ১২ শ বছৰ ষষ্ঠ সংখ্যা কাকতৰ সম্পাদক হোৱাইটিঙে আপত্তি কৰিছিল, ‘অৰুনোদই পত্ৰৰ কাৰণে মাহে ৫০ টকা খৰচ হই, অৰ্থাৎ বছৰত ৬০০ টকা জাই; কিন্তু আমি লোকৰ পৰা প্ৰাই ৪০০ টকাহে পাও।’ আমাৰ সাংবাদিকতাৰ ইতিহাসে এই কথা বিশেষভাৱে মন কৰিব পাৰে। এইদৰে দেন পেলায়ো বেপ্টিস্টসকলে অসমীয়া ৰাইজৰ মাজত জ্ঞান বিলাবৰ যত্ন কৰি আছিল। কাৰণ তেতিয়াও যেন অসমীয়া জাতি শুই আছে, কানিৰ ৰাগিয়ে টোপনি গধুৰ কৰি তুলিছে। নানা কুসংস্কাৰ আৰু অন্ধবিশ্বাসে দেশখনক আচ্ছন্ন কৰি ৰাখিছে। ‘অৰুনোদই’ৰ লেখকসকলে সেই টোপনি ভাঙি দি কু-সংস্কাৰ আৰু অন্ধবিশ্বাস আঁতৰাবৰ কাৰণে যেন প্ৰাণ-পণে যত্ন কৰিছে। বিদ্যা আৰু জ্ঞান-বিস্তাৰৰ অৰ্থে তেওঁলোকে নবীন-প্ৰবীন সকলোকে উপদেশ দিছে; উঠি অহাসকলক সজ ব্যৱহাৰ শিকাবৰ কাৰণে অনবৰত যত্ন কৰিছে। ঠায়ে ঠায়ে হিউমাৰ বা হাস্যৰো অৱতাৰণা কৰা হৈছে; শ্ৰীশ্ৰীমলুআ কপিৰাজ চক্ৰৱৰ্তিৰ পত্ৰখনিত তাৰ আভাস পোৱা যাব।

‘অৰুনোদয়ে’ ১৮৪৬ জানুৱাৰীত প্ৰথম ওলায়ে ‘জোআ বচৰৰ কথাত’ ১৮৪৫ চনৰ খবৰ দি প্ৰায় প্ৰতি সংখ্যাতে ‘অনেক দেসৰ সম্বাদ’ আৰু ‘ধৰমৰ কথা বাত্ৰা’ত অসম, ভাৰত আৰু পৃথিৱীৰ বাতৰি দি গৈছিল। অসমৰ বিভিন্ন ঠাইৰপৰা গোটোৱা খবৰৰ যি ৰেকৰ্ড ‘অৰুনোদই’ত আছে, তাৰপৰা দেশৰ যোৱা শতিকাৰ বুৰঞ্জীৰ এটি ভাল আভাস পোৱা যায়। বিভিন্ন পৰ্যায়ৰ এনে বাৰ্তাৰ মাজৰপৰা কেইটিমান তলত



উদ্ধাৰ কৰি দিয়া হ’ল ,—

‘সিৱসাগৰৰ উজনি মেটেকাৰ ঘাটত বৰ্তমান মাহে এজনি তিৰোতা মানুহে দিখৌ নৈত নামি পাৰ হওঁতে এটা ঘৰিয়ালে কামুৰি মাৰিলে।’ ( মাৰ্চ ১৮৪৬)

বৰ্তমান সঁকৰ এপ্ৰেল মাহৰ ২৬ তাৰিখে সিৱসাগৰ জিলাৰ দখিন ফালে কালু গাঁৱৰ শ্ৰীলম্বোদৰ মৌজাদাৰৰ ককায়েক ম্ৰিত্যু হোআৰ পুৰ্বে তেওঁৰ ঘৈনিএকে স্বামিৰ লগত সতি জাবৰ নিমিতে অগ্নিপৰিখাকেআদি কৰি সকলো ৰুপে প্ৰমান চাই সতি হই জেন জানি মৌজাদাৰে শ্ৰীজুত বিচাৰ পতিৰ আগত সেই কথা জনালত দাৰোগাৰ দোআৰাই সতিক নিবাৰণ কৰিলে।’ (মেই ১৮৪৬, ‘সতি জোআৰ নক্‌চা’ এখনো দিয়া হৈছে।)

‘১৮ জুন তাৰিখে নিসা দুই বজাৰ সমইত গুআহাটিত বৰকৈ ভূমিকম্প হৈছিল, তাতে সেই জিলাৰ প্ৰধান পকি গিৰ্জা ঘৰৰ ওপৰে দলৰ ৬ হাত মানৰ তলতে কঁৰালবিলাক [illegible] পৰিল, আৰু ভিতৰতো অনেক ঠাই ফাটিল। আৰু, বেলি চোআ ঘৰিবোৰৰো [illegible]য় মাত মৰিল।’ (জুলাই ১৮৪৬)

‘জুলাই মাহৰ ৩০ তাৰিখত জোৰহাটৰ শ্ৰীজুত পুৰন্দৰ সিংহ মহা ৰজাৰ কোসৰ ঘৰত দুআৰ মেলি, চোৰ সোমাই, পেৰা আৰু জপাৰ টিঙ্গিৰি কাটি, কাপোৰ আৰু অলঙ্কাৰ ২৪১৪ টকাৰ বস্তু চোৰে নিলে; এতিয়ালৈকে চোৰ ধৰিব পৰা নাই, তথাপি মহা ৰজাৰ ভিতৰৰ মানুহে কুপৰামৰ্স কৰি নিয়াইচে বুলি দাৰোগাই মনেৰে ভাবিচে।’ (আগষ্ট ১৮৪৬)

‘জোৰহাট নগৰত মহা ৰজা পুৰন্দৰ সিংহৰ ৩ দিন পৰ্জন্তে মধু মেহৰ পিৰা উপস্থিত হৈ বৰ্তমান মাহৰ ১ প্ৰথম তাৰিখে ব্ৰিহস্পতি বাৰৰ দিনা বেলি দুই বজাৰ সমইত ম্ৰিত্যু হ’ল।

‘তেতিয়া দুৰ্গা পূজা চাবলৈ ফুকন, বৰুআ আদি বৰ বৰুআ ডাঙ্গৰিয়া সকল গোট খাই, সেই ম্ৰিত্যু মহা ৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাবৰ নিমিতে, শ্ৰীজুত কামেস্বৰ সিংহক, ম্ৰিত্যু ৰজাৰ স থকা ঠাইতে বৰ চৰাত কাপৰ পাৰি বহুআই, বৰ বৰুআ আৰু ডাঙ্গৰিয়াসকলে চাৰি বজাৰ সমইত পুৰ্বে পিত্ৰি ৰজাই জুবৰাজ নাম দিয়া, শ্ৰীজুত কামেস্বৰ সিংহক এক সেৱা কৰি জুৱৰাজ মৰ্জতা দিলে। পাচে জুবৰাজে সোন, ৰুপ, কাঁহ আৰু তাম, এই চাৰি কলহেৰে ম্ৰিত্যু ৰজাক গা ধুআই, ৰাজ অলঙ্কাৰ পিন্ধাই , সৰাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোৱাৰ তৰি, চৌদোলত তুলি, দিঁচৈ নৈৰ ওচৰলৈ নি, আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈচিল।’ (অক্টোবৰ ১৮৪৬)।

কোনো কোনো অসমিয়া লৰা, বেজৰ কাম সিকিবৰ নিমিতে অসম দেসৰপৰা

কলিকতালৈ গৈ মেদিকাল কলেজ, অৰ্থাত প্ৰধান বেজৰ স্কুলত সোমাল, আৰু কলিকতাৰ সমাচাৰ দৰ্পনত লিখিচে, সিহঁতে ভালকৈ সিকি আচে।' (নবেম্বৰ ১৮৪৬)

'নৱেম্বৰ আৰু ডিচেম্বৰ মাহৰ ভিতৰত গুআহাটিত ৭ টা, নগাৱঁত ১১ টা মানুহ খ্ৰিষ্টৰ সিস্য হৈ বুৰ পাই মণ্ডলিত সোমাল।' (ডিচেম্বৰ ১৮৪৬)

'সিৱসাগৰ জিলাত ১৭ ফেব্ৰোআৰি তাৰিখে স্ৰীহৰনাথ পৰ্বতিয়া বৰুআ পেঁচকাৰে বোকা খাতৰ স্ৰীবেথাই সৰ্মাকে ধৰি আনি, আপোন জিএক স্ৰীমতি কেতেকিক সালংক্ৰিতাকৈ বিয়া দিলে। নিমন্ত্ৰনতে অনেক ভদ্ৰলোক বিয়া চাবৰ নিমিতে আহিচিল, কিন্তু সেই ৰাতিৰ ন বজাৰ সময়ত অতি সিলা ব্ৰিষ্টি হৈ বিয়া দিয়াৰ ঠাই নষ্ট কৰাত ৰভাৰ ভিতৰত বৰ বোকা পানি হলত, চৰা ঘৰৰ ভিতৰ সোমাই জগ্য কৰি বিয়া দিলে।' (ফ্ৰেব্ৰুৱাৰী ১৮৪৭)

'ডিবুৰুগৰৰ জিলাৰ পৰা আমালৈ এখান পত্ৰ লিখি এই কথা জনাইচে। মটকৰ ম্ৰিতমাতিবৰ বৰ সেনাপতিৰ মধ্যম পুতেক ভগিৰথ মাজিও গোহাঁই বৰ সেনাপতি সদৰ আমিন কাম লৈ সৰহ দিন কৰিবলৈ নহ'ল; এনেতে তেওঁৰ বাপেক বৰ সেনাপতি জি ৰোগত ম্ৰিত্যু হল সেই ৰোগেই কফাম্ৰিত পিত হৈ খাব নোঅৰা, জি খাই সিও জিন নো জোআ, পিতে খুন্দা মাৰি ধৰে, এনে ৰোগ হৈ এই মাঘ মাহৰ ১৭ তাৰিখে ক্ৰিষ্টাষ্টমিৰ দিনা ৰাতি ২ পৰ জাওঁতে মাজিও গোহাঁই ম্ৰিত্যু হ'ল। কিন্তু ম্ৰিয়মান কালে তেওঁৰ বৰ গিয়ান আচিল, গুৰুকো অনাই সৰাইৰে দখিনা কৰি জিবোৰ মানুহ তেওঁক চাবৰ মনেৰে গৈ আচিলে, সেইবোৰকো চাই সমাদৰ কৰিহে মৰিল। তাৰ পাচে তেওঁৰ সপৰিবাৰে মৰা স বাপেকৰ ৰিতিৰে দাহ কৰি মৈদামৰ দৰে ওখ ভেঁটি কৰিলে; বিধি মতে পশু মাচ আদি কৰি খাদ্য দ্ৰব্য মৰ্জাদাৰ কাপৰকো কৰি ভালেমান দ্ৰব্য গোটাই ২৯ ফাগুন তাৰিখে সুকুৰ বাৰৰ দিনা ৰাতি দিনকৈ বৰ সবাহ কৰিলে। দেস দস্তুৰ বিধি মতে কৰম কাজ কৰিলে।' ( মাৰ্চ ১৮৪৭)

বৰ্তমান বচৰৰ জানোআৰি মাহৰ ২৮ তাৰিখে বাপ্তিষ্ট মিস্যনেৰি সমাজৰ বাৰ্ষিক সভা কলিকতা নগৰত হৈচিল। তাতে এই কথা প্ৰকাশ হল, বঙ্গাল আৰু হিন্দুস্থান দেসত বাপ্তিষ্ট অৰ্থাত বুৰ পোআ ২৮ টা মণ্ডলি আচে; মণ্ডলিৰ লোক মুঠে ১৩৩৮ আচে।' (এপ্ৰিল ১৮৪৭)

'নবেম্বৰ আৰু ডিচেম্বৰ মাহতে পাদুৰি সাহাববিলাকে ভাটিলৈ জাত্ৰা কৰি গলত অৰুনোদই কৰিব নো আৰিলে; সেই নিমিতে এতিয়া দুই পত্ৰ একে বেলিএ চাপ কৰি দি পঠাব।' ( নৱেম্বৰ ১৮৪৭)

'জিলা সিৱসাগৰৰ অৰ্জুনৰ গুৰিত স্ৰীযুত মনিৰাম দেৱানে সনিবৰিয়া হাট পতাইচে তাত সকলো বস্তু ওলাই গাৱলিয়া আৰু নগৰিয়া নগাকে আদি কৰি সকলো মানুহে সনিবাৰৰ দিনা কিনা বেচা কৰি হাট বেহাই গৈ।' (জানুৱাৰী ১৮৪৮)

'ডিচেম্বৰ ২৮ তাৰিখত অসম দেসৰ স্ৰীযুতা কটৰ মেম চাহাবে সৈতে স্ৰীযুত ব্ৰঞ্চন চাহাব আৰু মেম চাহাবে বাবা লোক আৰু নগাওঁ স্কুলৰ দুজন অসমিয়া লৰাক লগত লৈ ককিস্বো নামে এখান জাহাজত উঠি কলিকতা এৰি সাগৰৰ পাৰ হৈ ৫ মেই তাৰিখত আমেৰিকা দেসৰ বস্তন নগৰ পালেগৈ।' (আগস্ট ১৮৪৯)



'২৯ তাৰিখত স্ৰীযুত পাদুৰি বাৰ্কৰ চাহাবে নৰিয়াৰ কাৰণে মেম চাহাব আৰু বাবা লোকে সৈতে আমেৰিকা দেসলৈ জাবৰ নিমিতে ভাপ জাহাজত উঠি গল।' (অক্টোবৰ ১৮৪৯)

গুআহাটি নগৰত প্ৰায়ে এক হেজাৰ মানুহ মাউৰে ধৰি মৰিল। সিবিলাকৰ মাজত ক্ৰিস্নৰাম ভৰালি বৰুআ ফৌজদাৰি চিৰস্তাদাৰ ৩১ মেইৰ মানিসা ৰাতি মাউৰে ধৰি ৰাতি পুআ ১০ বজাত ম্ৰিত্যু হল।

'নগাঁৱত এসতকৈ অধিক মানুহ এই পিৰাতে মৰা সুনিচোঁ। (জুন ১৮৫১) ]

'বৰ্তমান ডিচেম্বৰ মাহৰ ১৫ তাৰিখত স্ত্ৰীযুত কাপ্তান ব্ৰোডি চাহাব ওপৰ আচাম সিৱসাগৰ জিলা এৰি আপোন দেসলৈ জোআত সকলো লোকে আহি দৰ্সন দি সোকাকুল হৈ অতিসই মনত দুখেৰেহে বিদাই দিলে। তেওঁ বৰ চাহাব হৈ ১৮৩৮ সঁকৰ পৰা ১৩ বচৰ দায়া ৰুপে এই জিলা সাসন কৰিলে।' (ডিচেম্বৰ ১৮৫১)

'১৮৫২ ইং সঁকৰ ১০ জুন তাৰিখে বেলা তিনি বজাৰ সমই জোৰহাটত স্ৰী স্ৰী কামেশ্বৰ সিংহ মহা ৰজা পৰলোক প্ৰাপ্ত হ'ল, এই মহা অসন্তোসৰ বাত্ৰা জোৰহাটৰ পৰা সুনিচোঁ। (জুন ১৮৫২)

'৪ জুলাই তাৰিখে ৰজাৰ সৰাধলৈ জাওঁতে ভোগদৈত নাও বুৰি অনেক মানুহ মৰিল। মালৌ কলিয়নিত সিবিলাকৰ মৰা স বামুন তিনিটা, সুদিৰ দুটা, গনক দুটা, এইখিনি পাইচে; নো পোআও আচে।' (জুলাই ১৮৫২)

'২৫ মাৰ্চ সুকুৰ বাৰৰ ৰাতি দুপৰ মানৰ সময়ত কোঁঅৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোআ খুঁটিৰ মহৰ মাজত বজ্ৰপাত পৰি পাঁচ জনি মহ মৰিল। ৰাতি পুআ মহৰ গৰাকিএ দেখে যে পাঁচো জনি ঠৰ হৈ পৰি মৰি আচে; তাৰে এজনিৰ চকু এটা ওলাই নিলগত পৰি আচিল।' (এপ্ৰিল ১৮৫৩)

'৮ জুনৰ ৰাতিপুআ ৮ বজাৰ সময়ত জমুনা নামে ভাপ জাহাজ আহি সিৱসাগৰ জিলা পালেহি। তাতে দিখৌ নদিৰ গৰাত লৰা বুবা বহু মানুহে বৰ আনন্দেৰে জাহাজ চাবলৈ গোট খাইচিল। এই জাহাজতে কলিকতাৰ পৰা লৰ্ড চাহাবৰ আগ হৈ অহা স্ৰীল স্ৰীযুত মিল্চ নামে জজ চাহাবো আহি ৫ জুনত এই জিলা পালেহি। তেও এই অচম দেসৰ সকলো জিলাৰ সোধ পোচৰ মহলা লৈ লৰ্ড চাহাবক বুজাব। এই জাহাজ নাজিৰাত থকা অচম কম্পানিৰ চাহ কুঠিলৈকো নিয়া হব। জাহাজ ইমান ডাঙ্গৰ হোআতো কেৱল তিনি হাত পানিতে ভাল ৰুপে চলিব পাৰে। জাহাজৰ কাপ্তান স্ৰীযুত হক্লি চাহাব।' (জুন ১৮৫৩)

ফ্ৰেবৰুআৰিৰ ২৬ তাৰিখে সুকুৰবাৰে বেলা দহ বজাৰ সমইত জোৰহাট মোকামত ৰাজদ্ৰুহি অপৰাধে মনিৰাম দেৱান আৰু পিয়ালি সৰ্মা মৌজাদাৰ, এই দুই জনক ফাঁচি

দিয়া হ'ল।' ( ফ্রেব্রুৱাৰী ১১৫৮)

'অসম দেসৰ ৰাজ পুত্র শ্রীযুত কন্দৰ্পেস্বৰ সিংহ আপোন দেসলৈ আহিবৰ নিমিতে গৱৰ্ণমেন্টৰ পৰা অনুমতি পাইছে। তেওঁ আজিলৈকে বৰ্দ্ধমান জিল্লাত আছিল।' (জুন ১৮৬১)

'এই সিৱসাগৰ জিল্লাৰ গবৰ্ণমেন্ট ইস্কুলৰ হেড মাষ্টৰ শ্রীযুত বাবু নিলমণি গাঙ্গুলী ৬ মাহৰ বিদায় লৈ আপোন ঘৰলৈ গ'ল; তাতে তেওঁৰ চাত্রবিলাকে তেওঁৰ সজ ব্যৱহাৰ আৰু মিষ্ট বাক্যৰ নিমিত্তে আৰু বিদ্যা গুণে সিবিলাককো গুণী কৰাৰ কাৰণে তেওঁলৈ বৰকৈ বেজাৰ কৰিছে। (ছেপ্তেম্বৰ ১৯৬১)

'অৰুনোদই'ৰ বৰ্ণবিন্যাস প্ৰণালী সৰলীকৃত আছিল। এই বিষয়ে বৰ্তমান পুথিত সন্নিৱিষ্ট Style and Mode of spelling প্ৰবন্ধ বিশেষভাৱে প্ৰণিধানযোগ্য। এই আলোচনাৰ পটভূমি হ'ল — ১৮৫৩ ডিচেম্বৰ মাহত ১০ টা প্রশ্নৰ উত্তৰত 'এজন ডেকা পণ্ডিতে' লিখা কথাখিনি তুলি দিয়া হৈছে, আৰু তাৰ পাছত লিখা হৈছে, — 'ইয়াত বাজে আন আন কোনো সংস্কিত আৰু বঙ্গালিৱে মিহলি কথা লিখিচে; আৰু সংস্কিতৰ মাত লিখাৰ দৰে দিৰ্ঘ ঈকাৰ উকাৰ আদিৰে ভাসাৰ মাতো লিখিব দিচে; আৰু আমাত কৈচে, "আনন্দ বৰ্দ্ধক, ও শুদ্ধ, ও সংস্কিত কঠোৰ কঠোৰ শব্দ, এবং গভিৰ ভাব, জ্ঞানৰ নিমিত্ত পদবিলাক শুদ্ধ ও পদ বন্ধবিলাক শ্রাবনীজনৰ শ্ৰৱণ কুহৰে সুধা শ্রবিত তুল্য হলহেঁতেন, অৰুনোদই নো কি অমূল্য নিধি হ'লহেঁতেন কবই নোআৰোঁ; তথাছ, বাখৰ দিয়া শোনাৰ ভূষনতে হিৰা পতাৰ নিচিনা হব।" ইয়াৰ পিছতে Style and Mode of Spelling শিৰোনামা দি সম্পাদক ব্ৰাউন চাহাবে (শেষত নামৰ বদলি '।।' সঙ্কেত মাত্র আছে) নিজৰ মত দি গৈছে। হেমচন্দ্ৰ বৰুৱাই লিখিছে, কেনেকৈ তেওঁ ব্ৰাউন আৰু ব্ৰাউনৰ মতাৱলম্বী নিধি লিবাই ফাৰোৱেলৰ লগত এই বিষয়ে যুঁজিব লাগিছিল। শেষত হেমচন্দ্ৰ বৰুৱাৰে জয় হ'ল। 'অৰুনোদই' নামটো ১৮৬১ চনৰ জানুৱাৰীৰপৰা উইলিয়াম ৱাৰ্ডৰ সম্পাদিত ৰূপত 'অৰুনোদয়' হ'ল আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আৰ্হিৰ হেমচন্দ্ৰ বৰুৱা-নিৰ্দিষ্ট বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হ'ল। এইদৰে অসমীয়া ভাষাৰ এই প্ৰথম সাংগঠনিক স্তৰে পিছৰ কালৰ কাৰণে নানা অনুশীলনৰ যোগে এটি অভিনৱ ঐতিহ্য সৃষ্টি কৰিলে।

বৰ্তমান প্ৰকাশনৰ কামত নানা সহায়ৰ বাবে শ্ৰীমতী লক্ষেশ্বৰী ভূঞা (ডক্টৰ সূৰ্যকুমাৰ ভূঞাদেৱৰ পত্নী), শ্ৰীমতী শান্তিছায়া বৰুৱা (ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ পত্নী), গুৱাহাটীত থকা বেপ্টিস্ট কাউন্‌চিল ফৰ নৰ্থ-ইস্টাৰ্ণ ইণ্ডিয়াৰ মিস্টাৰ জৰ্জ জিলেপছি, অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্মা, শ্ৰীকেশৱ মহন্ত, শ্রীসুৰেন্দ্ৰ নাথ ভাগৱতী, শ্ৰীহেমৰথ বৰ্মন আদিক নানা প্ৰকাৰ সাহায্যৰ বাবে আমি কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গুৱাহাটী
জানুৱাৰী, ১৯৬৫

# ।। অৰুনোদইৰ ধলফাট ।।

# কানিৰ বিবৰন।

Evils of Opium.

প্ৰথম চোআ। ১ নম্বৰ। জানোআৰি ১৯৪৬ খ্ৰিষ্ট অঃ সঁক।

অতি মন্দ বস্তু কানি,
জি খাই বৰ অগিয়ানি,
সঞ্চিত বস্তু হই তাৰ হানি,
মুখে কই কটু বানি।

সকল লোকে থাকে জানি,
কানি খাই মন্দ প্ৰানি,
সি ন হই সংসাৰত গিয়ানি,
কথাই তাৰ অপ্ৰমানি।

# কাকতি ফৰিঙ্গৰ কথা।

Locusts in 1844.

প্ৰথম চোআ। নম্বৰ ৬। জুন ১৮৪৬ খ্ৰিষ্ট ঃ সঁক।

ইংৰাজি ১৮৪৪ সনৰ ২৭ জানোআৰি তাৰিখত সনি বাৰে আন্দাজ বেলি এপৰ ডেৰ পৰ উঠাৰ সময়ত, ভাটি ফালৰ পৰা কাকতি ফৰিঙ্গবোৰ আহি মোকাম শিৱসাগৰ পাই উজাই গৈচিলে। কিন্তু সেই ফৰিঙ্গবোৰ জি পোনে জাই, পকা মৌতকৈও অধিক ঘনে জাই, আকাস দেখিবলৈ নো পোআকৈ মেঘৰ নিচিনা ঢাকি জাই, আৰু বতাহৰ সদৃস ভোঁ ভোঁকৈ জোআ সবদ সুনিবলৈ পাই, আৰু অতিসই ওখকৈ উৰিব পাৰে; আৰু সেই ফৰিঙ্গবিলাকৰ এটাইৰে একে বৰন, এফেৰিও লৰ চৰ নাই। তাৰ পাখিৰ দুই দাঁতিত কলমেৰে লিখাৰ নিচিনা কলা আঁক আচে, সেই নিমিত্তে মানুহে কাকতি ফৰিঙ্গ বুলি কই। কিন্তু জেতিয়া মাটিত পৰে তেতিয়া গোটেই খন জুৰি পৰে, ন পৰা ঠাই নাই, আৰু সকলো বাগিচাৰ সাক, গচৰ পাত, আৰু পথাৰৰ বন আদি কৰি নিচেই লঠাকৈ খালে, একো সস্য নেথাকিল; এই ৰুপে উজনি ভাটিকৈ প্ৰাই তিনি দিন মানলৈকে আছিল, তিনি দিনৰ মূৰত আৰু দেখিবলৈ নে পালোঁহক।

আৰু আগৰ কালৰ বুৰা বুৰা মানুহবিলাকৰ মুখৰ পৰা সুনিচিলোঁ, বোলে মানৰ দিনৰ পূৰ্বে এই ৰুপে কাকতি ফৰিঙ্গ উজাইচিলে, পিচে আমাৰ দেসত না না ৰুপ দুৰ্গতি গ'ল। মানে দেস ললে, মৰানে অসম ৰজাৰ দেস লুটিলে; ৰজা, বৰ গোহাই, বুৰা গোহাই, আৰু ফুকন বৰুআ আদি কৰি বিসয়াবোৰৰ বিসই বাসনা গুচি লৰবাঙ্গ তৰবাঙ্গ হল, আৰু দেসত বৰ মাউৰ আৰু মহা আঁকাল হৈচিল, এইদৰে দুৰ্গতি হোআতে কেতবোৰ মানুহ খাবলৈ নেপাই অতি দুখেৰে মৰিল।

সেই কালৰ কথাকে শুনি অনেক মানুহে কৈচিলে বোলে, সেই ৰুপে এতিয়াও কোনো আপদ হব, কোনো ৰজা বিসয়াবিলাকৰ ভঙ্গা পতা, ৰন বিগ্ৰহ নতুবা দেসত মাউৰ নাইবা মহা আঁকাল হব, এইদৰে কোনো বিপতি অৱস্যেই হব; এই নিমিত্তে



আপদৰ চিন দেখাবলৈ পূৰ্বৰ মতেৰে কাকতি ফৰিঙ্গ ওলাইচে, এই কথাকে অনেক মানুহে দ্ৰিঢ় ৰূপে কৈ কৈ আচিলে দেখি, সেই কথাকে মোৰ কিতাপত লিখি থৈচিলোঁ, কি জানি মানুহবোৰে কোআ কথা চৰুপ হইবা; এতিয়া প্ৰাই দুই বচৰ হল, কিন্তু আমাৰ দেসত একো আপদ ইস্বৰে দিয়া নাই, ইস্বৰৰ অনুগ্ৰহতে লাহে লাহে আমাৰ দেস সুখিহে হৈচে; কিয়নো এই কথা নগৰত থকা আৰু গাঁৱত থকা সকলো মানুহবিলাকে জানিব পাৰে, আগৰ কালত কিমান সুখ আচিলে, আৰু এতিয়া শ্ৰীজুত কম্পানি বাহাদুৰৰ দিনত কিমান সুখ হৈচে, অধিক প্ৰমান দিব নেলাগে; তথাপি তাহানিৰ কালত এজন মানুহে তিনি টকা ৰুপতে ৰজা ঘৰত এবচৰলৈ তাৰ চাউল লোন খাই খাটিব লাগে, তেহে তাৰ বচৰেকত খাটনি ধনৰ পাল সুটে; কিন্তু এতিয়া মাহেকত কুলিএ বন কৰি তিন টকা চাই টকাকৈ পাইচে, আৰু তাতোকৈ অনেক লাভ এতিয়া আচে, মানুহে আপুনি আপুনি জানিব পাৰে; আৰু আসা কৰিচোঁ জদি কম্পানি বাহাদুৰৰ দিন সদায় থাকে তেন্তে দেস সুখি হব।

তেনেহলে হেৰা এই দেসি বা আন দেসি মানুহবিলাক, মানৰ দিনত কাকতি ফৰিঙ্গ ওলাইচিলে দেখি ইমান বিভ্ৰাট হৈচিলে, আমি এনে কথা কব নোআৰোঁ, কিয়নো এতিয়াৰ দিনত জি কাকতি ফৰিঙ্গ ওলাইচিলে আৰু মানুহবিলাকেও সেইদৰে কৈচিলে, কিন্তু তাৰ একো প্ৰমান নহল। আৰু জগতৰ লোকে জেনেকৈ এতিয়াও কোনো কথাৰ কাৰণে মঙ্গল চাই কই বোলে, এনেকুআ হব নাইবা তেনেকুআ নহই, এই কথা কৈ কৈ থাকে, তেনে আমি তাকো প্ৰমান কথা বুলিব নোআৰোঁ, কিয়নো জি খেনত জি হব তাক মানুহে জানিব নোআৰে, কেৱল অন্তৰ্জামি পৰম ইস্বৰেহে জানে। ব্দ.

# গিয়ান

## On Wisdom.

দুতিয় চোআ। নম্বৰ ২। ফ্রেব্রোআৰি, ১৮৪৭ খ্রিষ্ট অ° সঁক।

গিয়ান শব্দেৰে এক অমুল্য বস্তু আচে বুলি জগতৰ সকলো লোকে জানে, আৰু কোনো কোনোএ তেনে গিয়ানতে মগ্ন হৈ আচে। কিয়নো পুর্বতে স্রজন কর্তা জনে আপোন সর্বগিয়ানৰ দোআৰাই জাক জি গিয়ান লাগে তাকে সেই ৰুপ দিলে। অর্থাৎ মানুহ, জন্তু আৰু আকাসত উৰি ফুৰা চৰাই এই সকলোকে বিধ বিধকৈ আপোন আপোন গিয়ান দি থলে; কিন্তু সকলোৰে সমগিয়ান নহই। জন্তু আদি চৰাইবোৰক কেৱল খাবলৈ, পিবলৈ আৰু ভই জুক্ত হলে পলাই সাৰিবলৈ ইস্বৰে গিয়ান দিলে, তাত বাহিৰে আন বুধি নাই। মানুহক তাতকৈ অতি উত্তম আৰু ওপৰত কোআৰ দৰে অমুল্য গিয়ান দিলে, জেন মনুস্যৰ দোআৰাই ইস্বৰৰ মহিমা প্রকাশ হই। অর্থাত পৰম আত্মা আৰু দোসাদোস গিয়ানৰ দোআৰাই ইস্বৰে জি গিয়ান মানুহক দিলে। তাৰে যেন ইহকালৰ আৰু পৰকালৰ কৰম সম্পূর্ণ ৰুপে কৰিব পাৰে এই কাৰণে সকলো বস্তুতকৈ মানুহক স্রেষ্টকৈ স্রজিলে।

মানুহত বাহিৰে আন জিবোৰ স্রজন বস্তু আচে সেইবিলাকৰ জি গিয়ান সেই গিয়ানেৰে আৰ গিয়ান বৰ্হবি নোআৰে। তথাপি মানুহৰ গিয়ান হলে অনেক ৰুপে বৰ্হাব পাৰে,কিয়নো সৰু কালৰে পৰা ক্রমে ক্রমে মানুহৰ গিয়ান বুধি বাৰ্হি থাকে, আৰু জদি কোনো মানুহে বিদ্যা সিকে তেতিয়া সেই মানুহৰ আনতকৈ দহ গুনে বুধি বাৰ্হে।

কোনোএ কই আদিতে ইস্বৰে জি গিয়ান আমাক দিলে তাৰ পৰা আমি কেনেকৈ নতুন গিয়ান বৰ্হাম, তেন্তে মই সোঁধো, তুমি জেতিয়া মাত্রিৰ গর্ভৰ পৰা জনম পাইচিলা, তেতিয়া তোমাৰ জি গিয়ান আছিল এতিয়া তুমি ডাঙ্গৰ হোআত সেই গিয়ানেই আচে নে? কিয়নো ইস্বৰে লৰা কালতে তোমাক গিয়ান দিলে, জদি তোমাৰ কথা স্বৰুপ হই তেনে লৰা কালৰে গিয়ান এতিয়াও আচে; জদিহে সৰু কালৰ গিয়ান বুধিতকৈ এতিয়া তোমাৰ গিয়ান বাৰ্হিল তেন্তে তুমি ওপৰে কোআ কথা কবৰ সন্ধি নাই; কিয়নো আমি



আগতে দেখিচোঁ, লৰা কালত জি বুধি বা বিদ্যা জানে বৰ হলে তাতকৈও অধিক বুধি বাৰ্হে।

আমাৰ এই দেশৰ আগত গিয়ান আৰু তাকে বৰ্হোআৰ কথা কলে হাঁহি কই, আমাৰ আগত কি গিয়ানৰ কথা কৈচ, আমাৰ জানো গিয়ান নাই। কিন্তু জিবিলাক মানুহ বুধিমন্ত সিবিলাকে জি জি গিয়ানৰ কথা সুনে তাক উপলঙ্ঘা নকৰে; কেৱল বিচাৰ পৰ কৰি তাকে ভাল দেখিলে অতি স্রমে সিকে; বিসেসকৈ ইংৰাজি আৰু আমেৰিকাৰ লোকবিলাকলৈ মন কৰিলে জানিব পাৰে, কিয়নো সিবিলাকৰ পুৰুষাণুক্রমৰে পৰা এনে গিয়ান বুধি আছিল, সেয়ে নহই, কিন্তু আগৰ কালৰ ইংৰাজি মানুহ অসমিয়াতকৈও নির্বুধি আচিল, তথাপি সিবিলাক এতিয়া অতিসই বুধিমন্ত আৰু সকলো কৰমতে নিপুন, আৰু বলে সক্তিএ পৰাক্রমি হৈ আচে। বোলা জদি কেনেকৈ ইমান গিয়ানি হ'ল, বাৰু কঁও সুনা, সিবিলাকে তোমালোকৰ নিচিনা আমাক কি গিয়ান লাগিচে বুলি উপলঙ্ঘা ন কৰিলে, কিন্তু জতে জি জি বুধি গিয়ান দেখে আৰু সুনে তাকে পাবৰ নিমিত্তে বৰ খেদ কৰি তাকে নেপাই মানে ৰাতিএ দিনে জতন কৰি অভ্যাস কৰে। জেনেকৈ কোনো সাহাবে এজোপা গচৰ তলত বহি তাৰ গুটি তললৈ পৰিবৰ দেখি ভাবি চিন্তি কি নিমিতে ওপৰলৈ বা আন ফাললৈ নগৈ গুটি মাটিত পৰিল, তাকে ভালকৈ জানিলে, আৰু সেই অলপ কথাতে সুর্জ, চন্দ্র নখেত্র প্রিথিবি আদি কৰি কি ৰুপে আলাসত ফুৰি থাকে তাকো জানিলে। সেই ৰুপে আৰু এজন সাহাবে গচত আখৰ খোলোঁতে পাচে ক্রমে মনৰ উত্সাহ বাৰ্হি চাপাখানা কৰিব পাৰিম বুলি কাৰ্বাৰ কৰাত তাৰ ইচা সিধি হল। ইংৰাজি আৰু আমেৰিকা মানুহৰ গিয়ান হোআৰ কথা এতিয়া মই সৰহকৈ নকওঁ, তেও এই দুটা কথা মাথোন গমি চোআঁহক; মোৰ মনে জানিচোঁ পাচে কোআ চাপাখানাৰ বুধিৰ সমান জগতৰ ভিতৰত এনে উতম বুধি আৰু নাই, কিয়নো এই ৰকম হোআতে প্রাই প্রিথিবিৰ সকলো মানুহৰ উপকাৰ হৈছে।

এই নিমিতে হে অসম দেসৰ সকলো লোক ভদ্র হওক বা সামান্য হওক তোমালোকত মই এই মিনতি কৰিচোঁ, তোমালোকৰ এই মানবি জনম পাই হেলাতে নিৰ্বুধি হৈ নুগুচাবা, কিন্তু আপোন নিজ গিয়ানৰ দোআৰাই ইহকালৰ আৰু পৰকালৰ সকলো কৰমকে সম্পুর্নকৈ কৰিবলৈ উপাই কৰা। বোলা জদি আমি কি ৰুপে কৰিম? তেন্তে কওঁ সুনা, তোমালোকৰ সতি সন্তানবোৰক অতি স্রমে বিদ্যা সিকাবা আৰু আপুনিও জতনেৰে ন নকৈ বুধি সিকা আৰু ইস্বৰে জি আমাক দোসাদোস গিয়ান দি, পাপ পুন্য জনাইচে, সেইৰুপে তোমালোকে সদ আচাৰ প্রবর্তন কৰা তেহে তোমালোকৰ দুয়োকালৰ লাভ হৈ সদাই আনন্দে থাকিবা। কিন্তু জদি অৱহেলা কৰি এই সুবর্নমই কাল মিচাতে ঢুকুআ তেন্তে ইস্বৰৰ মহাক্রোধৰ ভিতৰ হবা, কিয়নো আমি ইস্বৰৰ অমুল্য গিয়ান পাই জদি লুকাই থওঁ তাতে ইস্বৰে খংহে কৰে, আৰু আমাৰো গিয়ান লুপ্ত হলে কেৱল গৰু

পন্থৰ নিচিনা অগিয়ানি হম। এই নিমিতে আঁহা সকলোএ ভাল কৰমত মন দি আপোনাৰ সুভলৈ কাৰ্বাৰ কৰোঁহক, তেহে আমাৰ অসম দেস ভাল হৈ আন দেসৰ আগত প্ৰসংসনিয় হব, তাতে আমাৰ আৰু সন্তানবোৰৰো অনেক ৰুপ উপকাৰ হৈ গিয়ান ব্ৰিধি হব।

সকলোকে একে বাৰে কৰোঁ নমস্কাৰ,
সুনি মোৰ এই প্ৰিয় বানি গিয়ান কৰা ধাৰ;
জাকে বোলে গিয়ান অতি অম্ৰিত সমান
বান্ধিও গলত তাক কৰি উপাৰ্জন,

গিয়ান পালে মানুহৰ নহব দুৰ্গতি,
অল্প অল্প কৰি তাৰ বাৰ্হিব সম্পতি;
গিয়ান জেবে ব্ৰিধি হব বাৰ্হিবগৈ আসা
সবেও তাহাক সদা কৰিব প্ৰসংসা।

ন.ল.



# মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহত্মাৰ বিবৰন।

## Superstitious Fears of the Assamese in times of Cholera.

দুতিয় চোআ। নম্বৰ ৫। মেই, ১৮৪৭ খ্ৰিষ্ট অ°সঁক।

নগাঁৱৰ জিলাৰ ওচৰৰ মৰি কলঙ্গৰ শ্ৰী বিভুৰাম হাজৰিকাই আপোনাৰ কুসলৰ নিমিতে ২৪ মাৰ্চৰ ৰাতিতে বৰ সভা পাতি তালৈকে অনেক মানুহ মাতিচিল। পিচে আটাই মানুহ গোট খালত প্ৰথমতে কিৰ্তন পুথি পৰ্হিলে, পাচে, কিৰ্তন সামৰি থৈ, আটাই মানুহ তিনি সাৰি হৈ নাম গাবলৈ ধৰিলে। পাচে নাম গাই থাকোঁতেই তাৰ মাজৰ পানিৰাম নামেৰে মানুহ এজন কাপৰ কানি এৰি, নাম গোৱা মানুহবোৰৰ মাজৰ পৰা জাঁপ মাৰি পৰি, তাৰ মুৰটো জোকাৰিব ধৰিলে; আৰু বৰ জাৰে ধৰা মানুহৰ নিচিনা কঁপিবলৈ ধৰিলে। তাতে আটাই মানুহ বিস্মই হল; তেনেতে সি মাত লগাই কলে বোলে, মই কিয় আহিচোঁ তইঁতে মোত সোধচোন। তাতে মানুহবোৰে তামোল পান আগ কৰি দি আৰু বহিবলৈ আগলি কলাপাত দি সুধিলে বোলে, আপুনি বুৰা দাঙ্গৰিয়া ইয়াকে আমি জানো। আমাৰ দাই দোস এৰিব কিয়নো আমি একো নেজানোহঁক, আমি মহা পাতকি। আৰু দেসত মাউৰ লাগি আন মানুহ মৰিচে, এতিয়া আমাৰ নো কি গতি হব? আপুনি আমাক অনুগ্ৰহ কৰিলে ৰখ্যা পৰিব পাৰোঁ। তাতে সেই মানুহটে কলে, মই তইঁতক ৰাখি আচোঁ। ইমান দিন তইঁতৰ একো হোআ নাই, এতিয়া মই জাওঁ, সেই মাউৰে তইঁতৰ গাঁৱত সোমাবলৈ আহিচে, এতেকে মই লগতেই জাওঁ আৰু তইঁতে সভা কৰ নে নকৰহঁক, তাকে মোৰ আগত ক। পাচে মানুহবোৰে কলে, জদি আপুনি সভা কৰিব দিচে, তেন্তে আমি কৰিম, এই বুলি কোআতে সেই মানুহটো সভাৰ মাজৰ পৰা উঠি গৈ বাটত ধাঁচ কৰে দিঘল হৈ পৰিল। পাচে উঠি আহি আন মানুহৰ দৰে ভাল হল।

২৮ মাৰ্চত মানুহবোৰে গোট খাই, মাহ, চাউল, পিঠা গুৰি, গুৰ আৰু তামোল, পান আদি কৰি ঘৰে ঘৰে তুলি লৈ গাঁৱৰ মুৰত তিৰোতা মুনিহ সকলোএ গোট খাই, বৰ সভা কৰিলে, এইদৰে সেই ঠাইৰ মানুহে বুৰা দাঙ্গৰিয়াকে মান কৰি থকাতো পাচে অনেক মানুহ মৰিল, এতিয়াও দুটা এটা মৰিবহে লাগিচে, এতেকে আমাৰ মনেৰে হলে বুৰা দাঙ্গৰিয়াক মান্য কৰাৰ একো উপকাৰ ন হল।

এইদৰে অসমীয়া মানুহৰ মাজত কোনোএ কোনোএ মাউৰৰ সময়ত কলাৰ ভুঁৰ সাজি চাকি লগাই চাউল, মাহ, গুৰ, ঘিঁউ আদি কৰি ভুঁৰৰ ওপৰত তুলি দি নদিতে উতাই পঠিয়াই। কোনোএ কোনোএ সেইদৰে চাগলিও দিএ, আৰু কোনোএ মাউৰৰ নাম কৰি বামতো এৰি দিএ, পাচে এই সকলো বস্তু কাউৰে আৰু চোৰে খাই। ইয়াকে দিওঁতে ৰাজ্যৰ বিস্তৰ দুখ নাই কেৱলে টকাহে হানি হই, কিন্তু বুৰা দাঙ্গৰিয়াৰ কথা জি লিখিচে তাতে মাউৰ গুচুক চাৰি বাৰ্হেহে, কিয়নো মাউৰৰ কালত জেতিয়া এটা মানুহে ভই দেখাই, আৰু এই গাঁৱত অনেক মানুহ মৰিব বুলি কই, সেই ভয়তে পেট বৈ মাউৰ বৰ্হা হই। এনেকৈ জি মানুহে ভই দেখাই সি ফাটেকত পৰিবৰ জোগ্য হই। আৰু আগেএ এটা সাহাবৰ দিনত এটা মানুহে আহি বুৰা ডাঙ্গৰিয়া বুলি কলে জে এই জিলাৰ মাজত মাউৰ লাগি প্ৰাই সকলো মানুহ মৰিব। এই দৰে কৈ অনেক দিন ভই দেখালত কোনো কোনো মানুহে নাও তৈয়াৰ কৰি আন ঠাইলৈ জাবলৈ কাৰ্বাৰ কৰাত, পাচে শ্ৰীবিচাৰ পতিএ সেই বুৰা দাঙ্গৰিয়াক ধৰি আনি সোধ কৰি আগ্যা দিলে, জে জিমান দিনলৈকে তোৰ কথা ন ফলিয়াই, তিমান দিন তই ফাটকত থাক, এই দণ্ড পাই সি কঁপিব জঁপিবলৈ এৰিলে, আৰু সেই কালত বিস্তৰ মাউৰো নাচিল। আৰু কোনোএ কোনোএ মুৰ্তি সাজি নদিৰ পাৰত থই, আৰু গধুলি গধুলি তাৰ আগত চাকিও লগাই থই, আৰু থায়ে থায়ে জুমে জুমে সকলো খনতে গধুলি হলে ধোল কোবাই গোটেই খনতে ফুৰি থাকে। কিন্তু আমি দেখাত এইসকলো মাউৰ গুচিব বুলি অনৰ্থক শ্ৰম কৰা হই, আৰু আন ৰোগ জেনেকৈ আহে ইয়ো ইস্বৰৰ আগ্যাতে আহে। আৰু কেৱলে তেওঁৰ অধিন হৈ থাকে। আৰু ইয়াকে পাপৰ ফল বুলি নিচই জানিবা। এই নিমিতে পুজা পাটল এৰা আৰু পাপ কৰম তিয়াগ কৰা উচিত,কেৱলে তাতেহে প্ৰভুৰ পৰম সন্তোস জনমোআ হই। দ.

# কলিকতাৰ পৰা গুৱাহাটিলৈ ভাপৰ নাও অহা জোআৰ কথা।

## Steam Communication between Calcutta and Gowahati, Assam.

দুতিয় চোআ। নম্বৰ ৯। চেপ্তেম্বৰ ১৮৪৭ খ্ৰিষ্ট অঃ সঁক।

ঢাকাই দি গুৱাহাটিলৈ তিনি বছৰলৈকে মাহে মাহে ষ্টিম্ বোট, অৰ্থাত ভাপৰ নাও পঠাবলৈকে গবৰ্ণমেন্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহৰ ১৩ তাৰিখত জমনা নামে এখন ষ্টিম্ বোট কলিকতা ২৯ তাৰিখত মোকাম গুআহাটি পালেহি; তাতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব, মেম সাহাব, আৰু অসমিয়া অনেক ভদ্ৰলোক, মুঠে তিনি স মান মানুহ ষ্টিম বোটত উঠি, অলপমান উজাই গৈচিল, তাৰ পাচে ভাটিলৈকো কিচু দুৰ গৈ আকও গুআহাটিলৈ উভতি আহিল।

ষ্টিম জাহাজ আৰু ষ্টিম নাৱৰ এনে গুন আচে, মানুহৰ হাতে বঠা, চৰি ধৰি বাব নে লাগে, আৰু আন নাৱৰ নিচিনাকৈ গুন নে টানি বা পাল ন তৰিলেও জাহাজ বা নাও কলৰ দোআৰাই জাই। তাৰ ভিতৰত জন্ত্ৰ আছে, তাতে পানি উতলাই, আৰু সেই উতলা পানিৰ ষ্টিম, অৰ্থাত ভাপে কলত লাগি আৰু দুই কোখৰত থকা বৰ ঘিলা অতি বেগেৰে ঘুৰি তাতে বঠাবোৰৰ নিচিনাকৈ পানিত চবিয়াই জাহাজ চলাই থাকে; কিন্তু বঙ্গালি বা আন নাওবোৰক হলে কেতিয়াও সেইৰুপ বেগে চলাব নোআৰে। আৰু জেতিয়া অসম দেসলৈ আহিব লাগে তেতিয়া কেৱল গুৱাহাটিলৈ পাওঁতেই বাটত এমাহ ডেৰ মাহৰ কম নহই, আৰু কেতিয়াবা তাতকৈও অধিক দিন লাগে। চাপাখানাৰ আখৰ অনা নাও এখন কলিকতা মাৰ্চ মাহত এৰি, চাৰি মাহ মানৰ মুৰতহে গুআহাটি পালেহি, আৰু গুআহাটিৰ পৰা বৰ্তমান মাহৰ ৩০ তাৰিখলৈকে সিৱাগৰ পোআই নাই। এতিয়া কলিকতাৰ পৰা বেপাৰি লোকে অহা জোআ কৰি বা কেৱল বস্তু অনা নিয়া কৰি, অসম দেসৰ বেহা কৰিবলৈ বৰ ভাল হৈচে, আৰু অতি বেগে পাবহি; আৰু জি জি মানুহ

কলিকতালৈ জাব খোজে সি এমাহতে ঘুৰি আকও গুআহাটিলৈ আহিব পাৰে।

ষ্টিম বোট প্রতি মাহে ১৩ তাৰিখত কলিকতা এৰিবলৈ নিবন্ধ কৰিলে, জেতিয়া তেৰ তাৰিখত দেওবাৰ পৰিব, তেতিয়া বাৰে তাৰিখতেই পঠাব। আগষ্ট মাহত সেই নাও আহোঁতে

১৩ তাৰিখত কলিকতা এৰিলে।
১৮ তাৰিখত বৰিচাল পালে।
১৯ তাৰিখত ঢাকা পালে।
২২ তাৰিখত চিৰাজগঞ্জ পালে।
২৪ তাৰিখত দেওানগঞ্জ পালে।
২৫ তাৰিখত বাগুআ পালে।
২৬ তাৰিখত পগলাটেক তিনি মাইলৰ ভাটিত পালে।
২৭ তাৰিখত গুআলপাৰা পালে।
২৯ তাৰিখত গুৱাহাটি দুপৰত পালে।

কিন্তু পাচলৈ ২৫ তাৰিখত গুআহাটি পাবলৈ আসা কৰিচে; তেন্তে কলিকতাৰ পৰা গুআহাটিলৈ উজাবলৈ ১৩ দিন, আৰু উভতি জাবলৈ ৯ দিন মান হব।

কলিকতাৰ পৰা গুআহাটিলৈ প্ৰাই ৬০০ মাইল অৰ্থাত্ ৩০০ ক্রোস, আৰু কলিকতাৰ পৰা আন আন ঠাইবোৰৰো দুৰ তলত লিখা গৈচে।

| | | | | | |
|---|---|---|---|---|---|
| বৰিচাল | ২০০ | মাইল | অৰ্থাত | ১০০ | ক্রোস |
| ঢাকা | ৩০০ | মাইল | অৰ্থাত | ১৫০ | ক্রোস |
| চিৰাজগঞ্জ | ৪০০ | মাইল | অৰ্থাত | ২০০ | ক্রোস |
| দেওানগঞ্জ | ৪৫০ | মাইল | অৰ্থাত | ২২৫ | ক্রোস |
| বাগুআ | ৫০০ | মাইল | অৰ্থাত | ২৫০ | ক্রোস |
| গুআলপাৰ | ৫৫০ | মাইল | অৰ্থাত | ২৭৫ | ক্রোস |
| গুআহাটি | ৬০০ | মাইল | অৰ্থাত | ৩০০ | ক্রোস |

জি কোনো সাহাব বা ভদ্ৰলোকে সেই ভাপ নাৱত আহিব বা জাব খোজে, আপোনালৈ এক খোঁটালি পাই ১০০ মাইল অৰ্থাত ৫০ ক্রোসত ২৫ টকা কেৰেয়া দিব লাগে আৰু ষ্টিম বোটৰ কাপ্তান সাহাবক খাবলৈ খোৰাকি দিনে পতি ৪ টকাতকৈ অধিক দিব লাগে, সেইদৰে কলিকতাৰ পৰা গুআহাটিলৈকে কাপ্তানক দিয়া খোৰাকিৰ বাহিৰে ১৫০ ডেৰ শ টকা অকল কেৰেয়া হব। খোটালি পতি এক চাকৰ গৰাগিএ সৈতে কেৰেয়া নিদিয়াকৈ জাব পাৰে, কিন্তু দুই মানুহ এক খোটালিত জদি জাই আৰু আন চাকৰ লই তেন্তে, সেই দুতিয় চাকৰৰ নিমিতে ৯ টকা কেৰেয়া আকও দিব। আন চাকৰ বা আন মানুহ জদি জাহাজৰ বাহিৰে উঠি জাই, তেন্তে মাইলে পতি আদ অনা



লব, সেইদৰে কলিকতাৰপৰা গুআহাটিলৈকে ১৮৸০ অঠৰ টকা বাৰে অনা কেৰেয়া লাগিব আৰু সি আপোনাৰ খাব; কিন্তু মচলমান মানুহ হলে দিনে পতি নাৱৰিয়াক ৯০ ৵০ অনা দি সিহঁতৰ লগতে খাব পাৰে।

জি বস্তু আনিব লাগে জদি কিউবিক ফুট বা ঘন ফুট ৩৫ পৌণ্ড অৰ্থাত সাৰে ১৭।। সোতেৰ সেৰত কৈ অধিক ওজন হই, তাৰ ওজনৰ হিচাপ চাই কেৰেয়া লব।

| | ফুট হিচাপ। | সেৰ হিচাপ। |
|---|---|---|
| বৰিসাল আৰু ঢাকা | ।। অনা | ৬ পাই |
| চিৰাজগঞ্জ দেওানগঞ্জ আৰু বাগুআ | ৸০ “ | ৯ “ |
| গুআলপাৰা আৰু গুআহাটি | ১৲ | ১২ “. |

ভটিয়াই জাওঁতে, ঢাকাৰ উজনি জি ঠাইৰ পৰা বস্তু কলিকতালৈ নিএ, জি বস্তু সাৰে ১৭।।০ সোতেৰ সেৰ কিউবিক ফুটতকৈ ওজন কম হই, তেন্তে ফুটে ফুটে ।০ চাৰি অনা লব, ঢাকাৰ ভাটিৰপৰা জি নিএ ।৴০ অনা মোন নাইবা ৵৬ আহেঁ অনা ফুট।

ঘোঁৰা, বলদ আৰু গাই গৰু কলিকতাৰ পৰা গুআহাটিলৈ আনিব লাগিলে, ৰখিয়া আৰু সিহঁতৰ ঘাঁহ দানাৰ খোৰাকি এৰি ৪৮ টকা কেৰেয়া, চাগলিৰ হলে ৮ টকা।

জি টোপোলা বা পেৰা অতি সৰু হলেও ডেৰ ৰুপতকৈ কম নি নিএ।

আমি জানিচোঁ জদি কেঁয়া আৰু বেপাৰি লোকসকলে কলিকতা, ঢাকা, চিৰাজগঞ্জ আদি ঠাইবোৰৰ পৰা ষ্টিম্ বোটৰ দোআৰাই সিহঁতে বস্তু আনিলে ভাল, কিয়নো বঙ্গালি নাৱেৰে পলম। আৰু অনেক নাওবোৰ ভাগি তল জাই আৰু বস্তু নষ্ট হৈ হানি হই; কিন্তু ষ্টিম বোটৰ দোআৰাই অতি বেগ দেখি বস্তু সৰহ দিনৰ কাৰণে খাই আৰু বেয়া হৈ নে জাব, আৰু নাও বুৰাৰ কাৰণে লোকচান হবলৈ অতি ভই নাই। §

# বলদ গৰুৰ বিবৰন।

## The Ox.

ত্ৰিতিয় চোআ। নম্বৰ ২। ফেব্ৰোআৰি ১৮৪৮ খ্ৰিষ্ট অ° সঁক।

গৰু প্ৰাই সকলো দেসতে আচে, কিন্তু ইউৰোপতে আমেৰিকাতে অতি ভাল জাতৰ গৰু পোআ জাই, আৰু সেই দেসৰ গৰুবোৰ অসম দেসৰ মঁহবোৰৰ মান ডাঙ্গৰ। তিনি চাৰি বচৰিয়া বলদ গৰুটোৰে হলে ওৰে দিনটো বন কৰাব পাৰি; অসম দেশৰ মঁহবোৰতকৈও তাৰ বল সৰহ। ইংলণ্ড দেসত আগেএ ভাল বলদ গৰু একোঁটাত ১০০ এস টকা মান দাম আচিল। হাল বাবলৈ আৰু ৰথ, কাঠ আদি কৰি টনাবলৈ সেই জন্তু বৰ ভাল। বঙ্গালৰ আৰু হিন্দুস্থানৰ গৰুবোৰ ইউৰপৰ গৰুতকৈ সৰু কিন্তু অসম দেসৰ গৰুত্কৈ ডাঙ্গৰ। সেই দেসবোৰত আৰু মান দেসতো গৰুৰে ৰথ সৰহকৈ টনাই আৰু অনেক লোকে গৰুৰ গাঁৰিতহে উঠি ফুৰে। হিন্দুস্থানৰ গৰুবোৰৰ ডাঙৰ চুট আচে, ইউৰপৰ গৰুবোৰত হলে সিমান ডাঙ্গৰ চুট নাই। অনেক বনৰিয়া গৰু আচে, তথাপি কোনো কোনো লোকে বগা ৰঙ্গা বৰনিয়া গৰুক আন বৰনিয়াতকৈ নৰম বোলে। ১৫।১৬ বচৰৰ পৰা গৰুবোৰ আৰু নে বাৰ্হে। তাৰ দাঁত চাএই বয়স কিমান হৈচে জানিব পাৰি। তলৰ দাঁতৰ সাৰিতে ঘাঁহ চিঙ্গা দাঁত আঠোটা থাকে, বয়স দহ মাহ হলেই সোঁমাজৰে দুটা দাঁত সৰে তাতে আকও নকৈ দুটা গজে; সেই দুটা আগতকৈও ভালহে কিন্তু সিমান বগা ন হই। বয়স ষোল মাহ হলে সেই দাঁতৰ দুই কোসৰে আকও দুটা সৰে তাতো নকৈদুটা গজে; এই ৰুপেই চ মাহ চ মাহৰ মুৰত আৰ্হে বচৰলৈকে দুটা দুটা সৰি দুটা দুটা গজি থাকে; জেতিয়া অলপ বুৰা হই দাঁতবোৰ লাহে লাহে কলা পৰি, দিঘল চুটি হৈ জাই, তাতে দাঁতৰ বলো কম আৰু সমান নো হোৱাত বন ঘাঁহ আদি চিঙ্গি চোবাই খাব নোআৰাত বচৰি বচৰি খিনাই খিনাই একো ৰোগ নো হোআকৈএ মৰি থাকে। দাঁততকৈ সিঙ্গত গৰুৰ বয়স ভালকৈ জানিব পাৰি। ৪ বচৰত গুৰি ডোখৰ ডাঠ আৰু নিমজ হই; ৫ বচৰত কিচুমান সিঙ্গ জোৰ ডাঙ্গৰ আৰু কৰপো লই, আৰু সি ন



মৰে মানে সিঙ্গত বচৰি বচৰি এক এক কৰপ বাৰ্হি জাই। এই হেতুকে পুৰ্বৰ চাৰি বচৰে সৈতে সিঙ্গৰ কৰপ লেখিলেই গৰুৰ বয়স সঠিককৈ জানিব পাৰি। কেতিয়াবা কেতিয়াবা গৰু বেচা দুৰ্জন মানুহে গৰুৰ বয়স অলপ বুলি জানিবলৈ সিঙ্গৰ কৰপ চেৰেক চিনিব নোআৰাকৈ চাঁচি থই।

বঙ্গাল আৰু হিন্দুস্থান আন আন দেসতো মঁহৰ নিচিনাকৈ গৰুবোৰৰ নাক বিন্ধি নাকি লগাই, জেনেকৈ ঘোঁৰাত উঠি লেগামেৰে লৈ ফুৰাই তেনেকৈ মানুহে গৰুতো উঠি দিনটত ১৫।২০ ক্ৰোস মান কেতিয়াবা কেতিয়াবা ফুৰে। আগৰ কালত ইংলণ্ডৰ ডাঙৰ লোকে ভতৰা গৰু আৰু এক জাতৰ অতি চোকা কুকুৰ পোহে, পাচে বচৰি বচৰি গৰু কুকুৰ দুইকো জুজ লগাই তাকে ৰঙ্গ বুলি ৰজাকে আদি কৰি অনেক মানুহ চাবলৈ জাই, কিন্তু সেই মেলেচৰ দস্তুৰ এতিয়া এৰিলে। ইস্পানিয়া দেসত হলে এতিয়ালৈকে বচৰি বচৰি নিৰ্দয়া ৰুপে ভতৰা গৰু ঘোঁৰা মানুহে সৈতে জুজাই ঘোঁৰা গৰু অনেক মাৰি কেতিয়াবা কেতিয়াবা মানুহো মাৰে। এনে কুকৰম ৰঙ্গ তামচা বুলি [illegible] চলিচ হেজাৰ মান মানুহে ৰজা কুঁঅৰি ফুকনকে আদি কৰি তাকে চাবলৈ চাপে।

স্কটলেণ্ড দেসৰ লাগন গাঁৱৰ ওচৰত 'জোৰোআ বেৰ নি দিয়াকৈ অনেক খেতি পথাৰ বাৰি আচিল তাতে থকা এজন সাহাবৰ গৰুৰ জাকত এটা অতি চিকন সিঙ্গ নাইকিয়া ভতৰা গৰু আচিল সেই গৰুবোৰ লোকৰ পথাৰলৈ নে জাবৰ কাৰনে এটা লৰা গৰখিয়া দিলে কিন্তু লৰাটো বৰ সৰপা সি টোপনিয়াই সুই সুই থাকে, পাচে গৰুবোৰে ধান খাবলৈ জোআত খেতিয়কে সহিব নোআৰি গৰখিয়াক সাস্তি কৰে তাতে তাৰ বৰ খঙ্গ উঠি এচাৰি এডাল হাতত লৈ সি মাৰ মৰা কোনোটো গৰু বাহিৰ হলেই পাৰে মানে মৰিয়াই ওভোটাই আনে। তেতিয়া এই অপৰাধতে গৰুবোৰৰ এনে দুৰ্গতি হৈচে বুলি সেই ভতৰা গৰুটো জানি গৰুবোৰ জাব খুজিলেই সি আগচি আনে তাতে যদি কোনোটো সিমা পাৰ হৈ জাই এই তাক সি মুৰেৰে খুন্দিয়া খুন্দিয়াই সাস্তি কৰি আনেগৈ; আৰু গৰুএ দেখি তাৰপৰা নে জাবৰ কাৰন সি আন পথাৰলৈ কেতিয়াও নে জাই তেতিয়া ভতৰাটে গৰু জাক এনে ভালকৈ ৰখা দেখি খেতিয়কে গৰখিয়াটো তাৰ পৰা নি আন বনত লগালে।

ইউৰপিয়া ভতৰা গৰুবোৰ অতি খঙ্গাল; বান্ধি নথলে মানুহক বৰকৈ খেদি খেদি খুচিবলৈ জাই। এজন খেতিয়কৰ অতি খঙ্গাল এটা ভতৰা গৰু আচিলে, তাক লোৰ সিকলিৰেহে সদাই বান্ধি থই। জেতিয়া পানি খুআবলৈ নিএ ৰখিয়াই সিকলিত ধৰি বুধি এৰেহে লৈ জাই। পাচে খেতিয়কৰ ভায়েকে সেই ভতৰা গৰুক কেতিয়াবা জোকালত সি তাক নিচেই দেখিব নোআৰে। জেতিয়া নিলগত দেখে হোঁকৰনি মাৰি সিঙ্গেৰে মাটিত খুম মাৰি মাটিবোৰ দলি মাৰি মাৰি পঠাই। আৰু সেই মানুহত তাৰ চকু পৰিলেই অতিসই খঙ্গেৰে জেন খোঁচ মাৰি মাৰিব গৈ এই এনে ভয় দেখুআই থাকে। এদিন

পানি খুৱাবলৈ নিয়াত সেই মানুহক কেনেবাকৈ সি দেখা পাই খুঁচিবলৈ দুবেলিও চল চাই চাই জাঁপ মাৰিচিল, তথাপি ৰখিয়াৰ কাৰণে এৰাই জাব নোআৰিলে। পাচে এক ৰাতি সেই দেসত কোনোএ নে দেখা নুসুনা অতি ভয়ঙ্কৰ ধুমুহা, মেঘ গাজনি আৰু ঘনে ২ বিদুলি হৈচিল; দহ হেজাৰ বৰ টোপৰ সবদৰ নিচিনা মেঘে গাজিচিল, আৰু বিদুলিৰে আকাস গোটেই খন জুইৰ নিচিনা প্ৰজলিত হল। সেই সময়ত ভতৰাই অতি ভই পাই বৰকৈ বেবাই ঘুৰি ফুৰিচিল। সি থকা গোহালিত বেৰ নাইকিয়া দেখি গিৰিহঁতে ভাবিলে জে কিজানি সি বিদুলি দেখি ভই কৰিচে, সেই নিমিতে তাক ভঁৰালৰ ভিতৰলৈ সুমাবলৈ লগৰ মানুহবোৰক আগ্যা দিলে তথাপি ইমান অন্ধকাৰ নিসা মেঘৰ গৰ্জনি তাতে বিদুলি দেখি কোনো মানুহ জাবলৈ সাহ নকৰিলে। তেতিয়া তাৰ ভায়েকে বৰ মৰমিয়াল মানুহ আৰু গৰুটৰ দুখ দেখি সি গৈ তাৰ ওচৰ পাই চালে দেখে সি কঁপি কঁপি পৰি আচে, আৰু তাৰ নাক সিকলিৰে চুচি ঘা লগাই থৈচে, কিয়নো সি চিঙ্গি জাব পাৰো বুলি ঘুৰি ঘুৰি বল দিচিলে। তেতিয়া তাৰ সত্ৰুক দেখিও আগৰ নিচিনাকৈ খঙ্গ নুঠিল আৰু বৰ ৰঙ্গহে পালে। তেতিয়া নিয়ম ৰুপে তাৰ পাচে পাচে গৈ ভিতৰ সোমালগৈ। ৰাতি পুআলত তাক আকও মুকলি গোহালিলৈ আনিলে; তেতিয়া সি দেখিব নোআৰা সেই মানুহটোৰ ওচৰলৈ জোৰাত আন খোনৰ নিচিনাকৈ হোঁকৰি খুম মাৰি মাটি নি সিচিলে। তাতে সি ভাবিলে জেন কালি ৰাতি মই মৰম কৰিলোঁ সেয়ে ইয়াৰ মনত আচে, সেই কাৰণেহে তাৰ ওচৰলৈ মোক জাব দিচে। সেই দিনাৰে পৰা তাক জোকাই ধেমালি কৰিবলৈ আৰু মুৰত থপিয়াবলৈ দিলে, জেতিয়া সি তাক চাবলৈ জাই ভতৰাই বৰ ৰঙ্গ দেখুৱাই আৰু সেই মানুহক জেনেকৈ তাৰে সৈতে ধেমালি কৰিব দিএ আন কোনো মানুহক তেনেকৈ নিদিএ। §



# জাইফলৰ গচ।

## The Nutmeg Tree.

ত্ৰিতিয় চোআ। নম্বৰ ৩। মাৰ্চ ১৮৪৮ খ্ৰিষ্ট অ° সঁক।

এই অতি সুন্দৰ গচ মোলোকা মাজুলিত অধিক আচে কিন্তু আন আন ঠাইতো পোআ জাই। এই অসম দেসৰ পৰ্বতবিলাকতো আচে তথাপি এইবোৰৰ গুটি অতি তেনে ভাল নহই।

জাইফলৰ গচ একুৰি হাত মান ওখ হই তাৰ পাতো দেখিবলৈ অতি চিকন। ফুলবোৰ সৰু আৰু অলপ হালধিয়া বৰন। গুটি হলে নৰা বগৰিৰ সমান ডাঙ্গৰ আৰু তাৰে নিচিনা দেখিও; পকিলে হালধিয়া পৰে। এটা কিতাপত লিখিচে, জাইফলৰ গচে বচৰেকত তিনি বাৰ গুটি ধৰে। প্ৰথমবাৰ এপ্ৰিল মাহত, সেইবোৰ গুটি আটাইতকৈ ভাল। দুতিয়বাৰ আগষ্ট মাহত, ত্ৰিতিয় বাৰ ডিচেম্বৰ মাহত; কিন্তু গুটি ভালকৈ পকিবলৈ ৯ মাহ মান লাগে। জেতিয়া পকে পাৰি আনি, বাকলি বখলিয়ালে, ভিতৰত এতৰপ জালৰ নিচিনা পাতল ঢাকনি চাল থাকে, তাকে নিৰলকৈ এৰুৱাই সুকাই থই, সেয়ে জাইপত্ৰি। পাচে গুটিবোৰ তিনি মাহ মান ধুঁআৰ ওপৰত দি সুকাই, ভাঙ্গি, সাহটো উলিয়াই, তাকেহে জাইফল বোলে। আৰু সি সৰহ দিনলৈ থাকিবৰ মনেৰে চুনৰ পানিত জুবুৰিয়াই।

জিবোৰ জাইফলৰ বৰ গন্ধ আৰু ডাঙ্গৰ, গধুৰ আৰু জলফাই টেঙ্গাৰ দৰে দেখি সেইবিলাক চিকন, তাক বাচি বাচি কিনিব লাগে। সি খাবলৈ উতম মচলা আৰু দৰবলৈকো অনেক কাৰ্জলৈকো ভাল। জাইফলবোৰ জন্ত্ৰত চেপিলে অতি সুগন্ধিত তেল ওলাই; সেই তেল দৰবলৈ বৰ চিকন। জাইপত্ৰিৰ বৰন অলপ ৰঙ্গটুআ, চোবালে মুখত ধৰে চোকা। জাইফল যি কাৰ্জলৈ ভাল জাইপত্ৰিও সেইবিলাকলৈ ভাল। সি অতি চোকা আৰু লঘু দেখি তাৰ দৰ জাইফলতকৈ অধিক হই। কেতিয়াবা কেতিয়াবা জাইফল কেঁচাতে চিঙ্গি আনি, বাকলিএ সৈতে তেনেই চেনি দি পগাই আচাৰ কৰে, তাক খাবলৈ অতি চিকন, আৰু সেই চেনিৰ ৰসতে থলে কুমলিয়া জাইফলেই বহুত বচৰলৈ ভালে

থাকে; আৰু টেকেলিত ভৰাই জাহাজেৰে অনেক দেসলৈ নি বেহা কৰে। সেই গচৰে গুটি এ সৈতে ডালৰ নক্সা ওপৰত লিখা আচে।

জাইফল অতি উতম সজ গন্ধেৰে
মানুহৰ ভোগৰ হেতু দিলে ইস্বৰে।
খোআ বস্তু জিবোৰত তাক মিহলাই,
মহা মনোহৰ ৰুপে সুগন্ধ কৰই।
জাইপত্রি হলে তাক সকলোএ খাই,
মচলাৰ মাজতে উতম বোলা জাই।
কোনো কোনো লোকবোৰে জাইফল আনি,
তাৰো তেল লই জন্ত্রত চেপি টানি।
বেজহঁতে দৰব কৰি সেইতেলেৰে,
নানা বিধ ৰুগিয়াৰ ৰোগ ভাল কৰে।
কেতবোৰ লোকে আৰু কোমল জায়েৰে,
চেনিৰে সিজাই তাৰ আচাৰকো কৰে।
আৰু তাক খাবলৈ এনে মধুৰ হই,
দেসে দেসে বেচি তাৰে বেহাও কৰই।

# শ্রীপ্রাণনাথ বৰুআই লিখা কলি[ক]তা আদি ভাটি দেসৰ বিবৰন।

## Prannath Borua's Description of Calcutta.

চতুর্থ চোআ। নম্বৰ ১। জানুআৰি ১৮৪৯ খ্রিং অংসঁক।

আমি তির্থ জাত্রাৰ কাৰন দখিন পচিম এই সকল জি জি জিলাত আগেয়ে কোনো কালে নে দেখা দেখি অহা হৈচে, তাক সংগ্রহ কৰি স্রিজুত পাদুৰি চাহাবক চাপা কৰাৰ কাৰন দিয়া জাই।

প্রথমতে মুর্চিদাবাদ চহৰত নেবাবৰ দুআৰত দুটা জন্তু দেখিলোঁ; তাৰ হাত ভৰি সকলো সিংহৰ দৰে; মুখখন আৰু মূৰটো মানুহৰ নিচিনা; আগ ঠেঙ্গৰ মাজতে তিৰোতাৰ নিচিনা দুই স্তন। (আগষ্ট মাহৰ অৰুনোদইত জি স্ফিংচৰ কথা লিখা গল, এনে জন্তুৰ সেই মুর্তি।)

পচিমত সিতাকুণ্ড নামে এটা পুখুৰি আচে, তাৰ পানি বক বক কৰি তলৰ পৰা উতলি থাকে; এক নলাই দি সেই পানি গৈ আচে, আৰু চকুৰে দেখালৈকে তপত। সেই পুখুৰিৰ পানিৰ ওচৰত বহিলে ভৰি পুৰিব খোজে, কিন্তু চাউল দিলে ভাত নহই; মানুহে চুব নোঅৰা তপত। আৰু গয়াৰ ফল্‌গুবালি বুলি এক ঠাই আচে, ওপৰে বালি খানিলে পানি ওলাই। সেই পানিৰ লগত বলিয়ৰা মাচৰ নিচিনা সৰু সৰু মাচ অনেক ওলাই। আৰু কটকলৈ জোআ বাটত বৰ নদি বুলি এখন আচে, তাত পাটলি নাও জোৰকৈ এক হাতৰ আঁতৰে সালৰ চতি লগাই ওপৰে পাট পাৰি, হাতি দুটিয়াকৈ পাৰ কৰিবৰ দেখিচোঁ। আৰু স্রিখেত্রত পাঁচ ঠেঙ্গিয়া বলদ আচে; চাইটা ভৰি ইবোৰ গৰুৰ নিচিনা, এটা গলধনৰ চুঁটৰ পৰা মাটিৰ এবেগতৰ ওপৰত ওলমি থাকে। এক এক গাইত পুআ /৮ সেৰ, গধুলি /৮ সেৰ গাখিৰ ওলোআ গৰু দেখিচোঁ। চাগলি একোজনিৰ বাট খামোচ নে পাই, এবেগত মান দিঘল; দুই বেলাত /৪ সেৰ গাখিৰ সততে ওলাই।

পচিমৰ মহবোৰ গৰুএ সৈতে একে লগে ৰাখে। গৰুতকৈ মহ কেতবোৰ সৰু, সিঙ্গ এহাতমান, নেজ গচ গৰুৰ দৰে মাটিত পৰা। আৰু সেইখনৰ মগনিয়াৰ মানুহ কেতবোৰে পইচা খোজাত নি দিলে তাৰ আপোনাৰ নাক বা কান খন কাটে, নাইবা বুকুত মিতখন সুমাই দিএ, এনে মানুহ আচে।

আৰু কলিকতা চহৰত কলেজৰ ঘৰত ইংৰাজিএ জত মলুক দখল কৰিচে, তাত মলুকৰ বিক্রিতিহৈ জি সকল মানুহ গৰু চৰাই হই, সেই সেই জন্তুবোৰ ৰাখি থৈছে। চাৰি হাতেৰে, তিনি চকুআ, দুই মুৰিয়া, তিন ঠেঙ্গিয়া, তিনি মহিয়া, চাৰি মহিয়া, দহ মহিয়া পৰ্জ্জন্ত লৰাবোৰ আছে। চৰাই পোআলি চাৰি ঠেঙ্গিয়া দুই মুৰ,. দুই ঠোঁট, এনে আচে। বন মানুহ তাতে আচে; ওখ চবচৰিয়া লৰাটোৰ সমান; গাটো নিচেই মানুহৰ দৰ, মুখ খন বান্দৰৰ নিচিনা। আৰু জন্তু এটা আচে; পহুতকৈ দিঘল আৰু ওখ, তাৰ পেটত এক জোলোঙ্গাৰ দৰে আচে; তাৰ পোআলি চৰিবলৈ জাই, পিচে আহি তাতে সোমাই থাকে। আৰু মৰা সিংহো আচে, সেয়ে বাঘৰ নিচিনা হই।

চহৰত দিঘে পথালিএ এদিনৰ বাট আন্দাজ হই; এতিয়া চফেদ পকি দেলান। আলিবোৰত এবেলি গলে তাৰ ঠিক ধৰিব নোআৰি আৰু জিখন টিলা আচে, টিলাৰ দুআৰত গোৰা চাহাবৰ নিচিনা এজন, কলা দুজন চিপাহি থিয় হৈ থাকে। তাৰ ভিতৰত লোহাৰ পিতলৰ কত বন্দুক আচে, তাৰ ঠিক নাই; আটাইবোৰ বৰ টোপ, আৰু গুলিৰ বম গোলাৰ দল আচে। আৰু লৰ্ড চাহাবৰ সিংহ দুআৰত দুই ফালে ৰঙ্গা, কলা সৌজিয়া, এনে গিলাচৰ নিচিনা টেকেলিবোৰত ওলোমাই থোৱা দুই হেজাৰ মান চাকি লগাই। দুৰৰ পৰা অনেক বৰনিয়া তৰাবোত জেন দেখে। আৰু গোটেই খন জিলাত ১০।১২ টাঁৰৰ আঁতৰে এক এক লোহৰ খুঁটাৰ ওপৰে এক এক ফানুচ লগাই। আৰু কলেৰে পানি তুলি চহৰৰ দুআৰৰ মুখে মুখে একোটা সৰু পুখুৰি আচে, ৰাতিপুয়া গধুলি ভৰাই দিএ। সেই পানি কোন পোনে আহে, কোনে পোনে জাই, তাৰ ঠিক নাই, এইসকল কথা দেখা গল। বিলাইতৰ পৰা অহা সৰু জাহাজ গঙ্গাৰ ঘাটত নাৱৰ ওপৰে মানুহ পাৰ হব পাৰে ইমান ডাঠ। গঙ্গাৰ মাজত তামৰ ডিমা লাউৰ দৰে ওপঙ্গি থাকে, তাতে সেই জাহাজবোৰ বান্ধে; ডিমা আন্দাজ ৫।৬ হাত মান ডাঙ্গৰ। আৰু বালিচৰত জি জি জাহাজ আচে কলিকতালৈ নাহে সেই জাহাজ বহলে বঙ্গলাৰ সমান, দিঘলে এনে দুজোখা মান। আৰু তাতে লোন পগাই দম দম কৰি থোআ দেখিলোঁ; সেৰে দুই পইচা দাম। আৰু তাৰে পৰা আহি দিনে ৪ টা ৪ টা টৌও কলিকতাই দি জাইহি, সেই টৌও আহোঁতে উজনি জাওঁতে ভাটি এক দুপৰ মানৰ বাটত নাও বাব নে লাগে, বেগে আহে জাই।



# টেঙ্গৰ জালোআইৰ কথা।

The Ready Fisherman.

চতুৰ্থ চোআ। নম্বৰ ৩। মাৰ্চ ১৮৪৯ খ্রি. অ. সঁক।

এক জালোআই নৈত মাচ ধৰোঁতে এনে চিকন মাচ এটা পালে তাৰ নিচিনা মাচ পোআটো চাৰি কোনেও দেখাই নাই। জালোআই মনত ভাবিলে, জে এই মাচটো হাটত বেচিলে অলপমান ৰুপ পাম; ৰজাৰ আগলৈ নিলে দেখি তেওঁ সন্তোস হৈ আমাকো সন্তোষ কৰিব। ইয়াকে বুলি জালোআই মাচটো লৈ ৰজাৰ আগলৈ গলত, মাচটো দেখি, ৰজাই বৰ ৰঙ্গ পাই জালোআইক তেতিয়াই এস ৰুপ দিবলৈ আগ্যা কৰিলে। তাতে মন্ত্রিএ এই কথা সুনি ৰজাত কলে, বোলে, এটা মাচত এস টকা ৰুপ দিয়াটো উচিত ন হই। ৰজাই কলে মই এবেলি আগ্যা দিলোঁ নি দিলে মই লাজ হম। মন্ত্রিএ বুধি দিলে যে আপুনি এই মাচটো মতা কি মাইকি তাক জালোআইত সোধক; জদি মতা বোলে মাইকিটো, জদি মাইকি বোলে মতাটো আনিবলৈ জালোআইক আকও আগ্যা কৰোক; লগৰটো মাচ আনি দিব নোআৰিলে ৰুপ নেপা। তেতিয়া ৰজাই মন্ত্রিৰ বুধিৰেই জালোআইক সুধিলে জে এই মাচটো মতা নে মাইকি। জালোআইএ কলে, এই মাচ মতাও ন হই মাইকিও ন হই ই নপুংসক। সেই কথা শুনি ৰজাই হাঁহি তাক দুস ৰুপ বঁটা দিলে।

# কলিকতাৰ সুখিয়াতি।

## Description of Calcutta.

৬ বচৰ। নম্বৰ ৩। মাৰ্চ, ১৮৫১।

কোনো কোনো ভদ্ৰ লোকৰ অভিলাস জানি
কল্কতাৰ গুনা গুন পৰাৰ বখানি;
চহৰৰ গুণ জস অন্ত কেবা কৰে,
প্ৰচাৰ কৰিতে গুণ মাসেকে না পাৰে।
জদ্যপি কৰিলোঁ পৰাৰ বাহুল্যক ডৰি
অল্প বোধে ৰচি আচোঁ মোট মোট কৰি
সৰু বৰ গঙ্গা মধ্যে চহৰ প্ৰকাসে,
ভাগিৰথি গঙ্গা মাই বহে জাৰ কাসে;
পৰম্পৰ সুনি আচো সব্দ চহৰৰ,
প্ৰবেস হৈয়া তাত পাঁলো বৰ ডৰ।
দিৰ্ঘে প্ৰস্তে চহৰৰ চাৰি ক্ৰোস প্ৰাই,
তথাকাৰ লোকে মাত্ৰ তাৰ অন্ত পাই;
মেলা নগৰ্ ইটা খোলাই বান্ধিচে প্ৰবন্ধে,
স্বৰ্গবোধ হয় তাহা প্ৰবেস হইতে।
স্বৰ্গৰ আক্ৰিতি হেতু চহৰ্ নাম বুজি,
সেই থানে লোক হেৰাই ৰাস্তা নে পাই খুজি
পথ বিচাৰিয়া নে পাই খেদ কৰে বৰ,
কোনো লোকে মাৰে বুলি মনে কৰে ডৰ
জাহা খেদ কৰি ফুৰে, সুনা সৰ্বজন,



কিনাৰাম সত্ৰিয়া ৰচে পদ বিচখ্যন।
পথ হেৰোআ লোকৰ খেদ
হাই হাই, কিনো কঁপাল মোৰে,
পৰিলোঁ বিপদ ঘোৰে
কোন বিধি পথ উপদেসে?
অন্ধকাৰ জাম মৰি,
গাৰিৰ তলত পৰি,
বিপতি মিলিব বৰ সেসে।
হাঁঠি হাঁঠি আধা ৰাস্তা,
নে পাঁও কোনো ফালে দিসা,
কোন বিধি চিনাইবেক মোকে?
পথ জদি সোধো মই,
মুৰে মাৰে টাঙ্গোন চই,
মুষ্টি গোট মাৰে মোৰ বুকে
নে পাওঁ নিবাসৰ পথ,
সুৰ্জ ভৈল অস্তাগত,
কোন বিধি দিবেক উপাই?
হাতে থকা হলে পইচা,
সুধি চালোঁহেতেন ৰাস্তা,
কৰি বিনা গালি গালাজ খাই।
এই ৰুপে কোনো লোক হইয়া কাতৰ,
কাৰো কাসে বঞ্চে ৰাতি মনে কৰি ডৰ;
পুহাইলে ৰজনি জদি দিসা দিসে জাই,
বাট পথ সুধি জাই গালা গালি খাই;
কত কত সুধি পাচে বাসস্থান পাই,
বিধি দিলে স্বৰ্গ জেন হাততে পেলাই।
আত পৰে কহোঁ সুনা চহৰ বেৱস্থা,
হেঙ্গুলিয়া ইটা বান্ধি আচে সৰ্ব ৰাস্তা;
গাৰিৰ গঞ্চালে তাহা ধুলা প্ৰাই হই,
হিমালয়ৰ হিমে জেন অন্ধকাৰমই;
সেই ধুলা অনুমানে জোজন্ উৰ্ধে জাই,
তৰু ব্ৰিখ দেখি জেন অগ্নি দাহ প্ৰাই।

সপ্তাহ দিন অন্তে ধুলা গো গাঁৰিতে তুলি,
গবৰ্ণমেন্টে হুকুম দিএ পকি বান্ধা বুলি;
হেন সিখ্যা মনে ধৰি নকৰ লোকে জাই,
প্ৰবন্ধ কৰিয়া সব ইটা বদলাই।
পুনু পুনু সেই ৰুপে পথ জুগুত হই,
দুই কিনাৰে কলৰ জন্ত্ৰে গঙ্গা জল বই;
জেন সিন্দুৰৰ আলি তৈলেৰে লিপই,
ব্ৰিষ্টি জল পৰি আলি সেই ৰুপে হই।
টকা সাস্তা, বস্তু মৰ্গ, চহৰ বিচখ্যন,
বিচাৰিলে সকল দ্ৰব্য পাই তেতিখ্যন।
অনেক বিচিত্ৰ দ্ৰব্য তাতে পোআ হই,
বসতি কৰিচে লক্ষ্মি আপুনি নিচই।
সৰ্ব দেসৰ লোক মাত্ৰ তাতে পোআ জাই,
নদি নদৰ জল জেন সুমুদ্ৰে বহই;
গুম গুম কৰে জেন গৰ্জ্জন মেঘৰ,
সেইৰুপে দিবা ৰাত্ৰি সব্দ মনুস্যৰ।
অদ্ভুত তামোচা অনেক আচে সেই চহৰে,
কল্কতাক নিন্দা কৰে কে চেলা পামৰে।
দিনে দিনে দুই সত লোক ম্ৰিত্যু হই,
গনিবাৰ সাধ্য নাহি কত জন্ম পাই।
জন্মত কৰিয়া ব্ৰিধি হই দস সত,
দিনে দিনে আমদানি লিখি তৰ মত।
চলিওক লোক সব কল্কতা চহৰে,
পৰাৰ মিচা হই জদি নিন্দিবা আমাৰে।
চিল্লিয়া হৈতে দুই দণ্ডে পটল্‌ডাঙ্গা পাই,
তাৰোতৰে মেদিকাল কলেজ দেখা জাই;
ঘৰৰ নক্‌চা দেখি জেন দেৱৰ দু ৰপুৰি,
ম্ৰিত্যু সব দেখি যেন জমৰ নগৰি।
প্ৰিথিবিৰ জত জন্তু তাতে দেখা জাই,
বিধিৰ নিৰ্বন্ধ অঙ্গ খণ্ডে খণ্ডে পাই।
ইহাৰ ভাটি দখিনতে ইংৰাজি কলেজ,
বিবি চালিয়া পৰ্হে তাতে কৰিয়া সমাজ;



অপেস্বৰি গান কৰে ইন্দ্ৰ পুৰে জেন,
তদ্ৰুপ পৰ্হিচে তাত বিবি চলিগন;
সৰ্ব অঙ্গ পৰিস্কাৰ দেৱৰ তৰুনি
সেইৰুপে কন্যা সব নবিন জৌবনি।
হাই হাই, ইংৰাজিৰ কিনো কৰ্ম বিচখ্যন,
কোন বিধি কৰি আচে চহৰ্ নিৰুপন।
এই সব কথা মাজে লজ্জা নাহি দিয়া
অল্প বোধে পৰাৰ ৰচে কিনাৰাম সত্ৰিয়া।

## কৌঞ্চলৰ অফিচৰ বৰ্নন

আতপৰে কহো মই কৌঞ্চলৰ কথা,
নাই পটন্তৰ ৰূপ তাহাৰ বেৱস্থা।
অতি দিৰ্ঘাকাৰ ঘৰ প্ৰস্ত আচে বৰ,
চৌতলা মহল সিতো নিৰ্মান ইটাৰ;
জেন গিৰি বৰ স্ৰিঙ্গ তাহাৰ উন্নিত,
পৰম সুন্দৰ দেখি অতি সোভাবিত।
উক্ত ঘৰে সৰ্ব দেসৰ ভাল মন্দ হই,
কিন্তু দেৱানিৰ কৰ্ম হস্তে ন পৰ্সই।
ইংৰাজিৰ বিনা আন ভাসা ন চলই,
ত্ৰিচ চলিচ্ লোক তাত চকিতে থাকই;
ইংৰাজি সমাজ তাৰ বিচাৰ কৰ্তা হই,
নিমিসৰ মধ্যে তাত বিচাৰ কৰই।
আৰু কহি কিবা আমি কত পাব পাৰ,
গবৰ্ণমেন্টৰ ঘৰৰ কহোঁ বেৱহাৰ।
নৱ দস পুৰা ভুমি চৌগৰ ভিতৰ,
চতুৰ্দিৰ্সে চাৰি দ্বাৰ দেখিতে সুন্দৰ,
পকি গৰৰ ওপৰে দ্বাৰ দুই কোনা,
দুই দুই সিংহ তাতে কৰিচে নিৰ্মনা;
দুই দুই দ্বাৰ পাল থাকে দ্বাৰে দ্বাৰে,
তাহাৰ প্ৰতাপে কোনো সোমাব নোআৰে।
অতি সুসোভন পকা গ্ৰিহ ভয়ঙ্কৰ,

কিছু দুৰে দেখি জেন কৈলাস সিখৰ;
ইটাৰে বান্ধিচে তাক দেখিতে সুন্দৰ,
কঁহাৰৰ পুত্ৰ জেন গৰ্হে সিটো ঘৰ।
জন্ত্ৰে তন্ত্ৰে জানি জেন নিজে বিস্বকৰ্মে
কতদিনে সিতো ঘৰ কৰিচে জতনে।
তাত উঠি জনা জাই খনে অনুমানি,
পঙ্কজ বিলাসে হেৰা আহি আচো আমি;
ইতো গ্ৰিহপতি গৱৰ্ণমেন্ট বাহাদুৰ,
নৰেস্বৰ নৰোতম হৈ আচে প্ৰচুৰ।

## খাচ কমিস্যন অফিচ বৰ্নন।

তাত থাকি দেখি পাচে পচিম দিসতে
সদৰ দেৱানি খাচ কমিস্যন তাতে;
ত্ৰেতলা মহল পকা ঘৰ জে উতম,
খাচ কমিস্যন নিজামত নৰোতম;
হাঁচি কাহ আদি কৰি তাত কিছু নাহি,
গেঁজা মাৰে যিটো লোকে তাত কৰে হাই।
ওখ ঘৰ দেখি অতি পৰম সুন্দৰ,
অনুমানে বুজি জেন বৈকুন্ঠ নগৰ।
ফাৰ্চি বিনা অন্যাখ্যাৰ তাত ন চলই,
তাহাতে বাঙ্গালা মাত্ৰ জানিবা নিচই।
সেই ঘৰৰ পচিমে বাজি ঘৰ আচে
আত পৰে কিনাৰাম সত্ৰিয়া ৰচিচে।

## অথ বাজি ঘৰৰ বৰ্নন

দুতলা মহলে এক বাজি ঘৰ আচে,
সপ্তাহৰ মধ্যে তাত ৰঙ্গ মিলে পাচে;
ধন লুভি জত লোক প্ৰধান আচই,
বেৰ্হিয়া বহিয়া সবে বাজিকে মেলই।
জেই চাহাবৰ হই গুটি পৰাজই,



নিৰ্বন্ধৰ জত টকা তেতিখ্যনে দেই।
আত পৰে কহোঁ আমি চুপ্ৰিম কাচাৰি,
গ্ৰিহৰ খোলোচা আমি কি কব বিচাৰি।

## অথ চুপ্ৰিম কৌৰ্ত বৰ্নন

জতনেৰে তিন তলা সুসোভন অতি,
অনুমানে বুজি জেন ইন্দ্ৰ অম্ৰাৱতি;
তাতে থাকি অষ্ট চাহাব্ কাচাৰি কৰই,
ধৰ্মৰাজা জেন মত পাপ বিচাৰই।
চহৰৰ বিনা আফিল্ কদাচ ন কৰে,
মহা ৰাণিৰ অফিচ্ তাত থাকে বৰোবৰে;
লোক অনুমতি পাই ৰচিলো পৰাৰ,
সংখেপ কৰিয়া আমি লিখি আচোঁ তাৰ।
দ্ৰাস্ব দিৰ্ঘ কৰি জদি সুজানে পৰ্হই,
এই কবিতে কদাচিতো নিন্দা নাহি হই।
পৰাৰ পৰ্হিয়া লোকে চহৰ দেখা হই,
প্ৰবন্ধেৰে কিনাৰাম সত্ৰিয়া ৰচই।

## অথ কিলাৰ বৰ্নন

কৌঞ্চল পচিমে আচে গঙ্গা সমিপতে
কিলা নামে এক কোঁঠ কঠিন ঠুকিতে;
প্ৰিথিবিৰ সম দেখি ওপৰ ত্ৰিন আচে,
দুৰে থাকি নু বুজই তলে কিবা আচে;
প্ৰবন্ধেৰে জদি তাতে ঠুকিবাৰে পাই,
এনুআ ঘৰৰ বন্ধ কতো দেখা নাই।
দুই পাসে দুই ঘৰ মধ্যে বৰ ৰাস্তা,
এক পাসে দেখি টোপ বৰ বৰ মোস্তা।
একো একো ঘৰ দেখি পৰ্বত আকাৰ,
জত ঘৰ আচে তাত গনে সক্তি কাৰ?
চাৰি গোট বৰ টোপ বাজ্য দ্বাৰে থাকে,

ৰাতি চাৰি প্ৰহৰতে চাৰি গোট ফুটে।
কিলা মধ্যে গোঁৰা আচে চাৰি সত মান,
বগা বন দেখি যেন ইংৰাজৰ ঠান।
সংগ্ৰামৰ জত জন্ত্ৰ তাতে ৰাখি আচে,
কাবাজ কৰিতে প্ৰতি সুক্ৰ বাৰ দিচে;
গোঁৰাৰ কাবাজ জদি দেখিবাৰে পাই,
সংগ্ৰাম দেখিতে বাবা প্ৰয়োজন নাই।

## অথ টাকচাল বৰ্নন

সুন সুন বুধিমন্ত, সবে কৰা এক চিত ,
টাকচাল ঘৰৰ বেবস্থা।
সিতো ঘৰ দিৰ্ঘ বৰ, উস্ৰিত আচে ভয়ঙ্কৰ,
সুনি অতি আচম্বিত কথা।
চৌঘৰে লোহাৰ গৰ, পহৰাতে বৰোবৰ,
অষ্ট জন চিপাহি থাকই।
কদাচিতো কোনো লোকে ঠুকিব নোআৰে তাতে,
বিদুৰেতে লোক হেক্কাৰই।
সেই ঘৰৰ টাকচালে টাকা মাৰে জন্ত্ৰ কলে,
দেখি অতি বৰ অদভুত;
কৰি আচে বহু জন দেখা জাই কলা বৰ্ন,
ৰূপ মোহৰ মাৰিচে বহুত।
লোহাৰ সিকলি জৰি কলে আচে ধৰি ধৰি,
অন্ত নেপাই দেখোঁতে দেখোঁতে।
কোথা ৰূপ দিয়া থাকে, কোথা মোহৰ মাৰি আচে,
দেখা নে পাই জন্ত্ৰৰ মধ্যতে।
জেন বন্ধা ৰূপৰ তোৰা কাটি দিলে তাহাৰ তলা
সকল টকা গেৰি গেৰি পৰে।
হস্তি জেন ৰূপে ভৰ্চে, মেঘে জেন ধাৰে বৰ্সে,
সেই মতে কলে ৰূপ গিৰে।
সুধিৰ চাহাব জনে অধিপতি সেই খানে,
টকা মোহৰ কৰে ৰাতি দিন।



দিবা ৰাত্ৰি সম কৰি বাজে জন জন কৰি
কলৰ নাহিকে খতি খুন।
সেই কলে টকা জত দিনে ৰাতি হই কত,
তাৰ সংখ্যা মনে ন ধৰই।
কিন্তু মনে অনুমানি ঘন্টা বেলাই টকা খনি
দস হেজাৰ মাৰিতে পাৰই।
ঐ কলৰ মধ্যে হৈতে সৰ্ব টকা হই,
জেন গিৰি স্ৰিঙ্গৰ্পৰা জল ধাৰা বই;
গিৰ গিৰ গিৰ গিৰ সব্দক কৰিচে,
অনুমান বিধি নিজে নিৰ্মান কৰিচে।
কল জন্ত্ৰে অগ্নি ধুঁআ জত উপজই
সেই ঘৰৰ ভিতৰতে কিঞ্চিতো ন ৰই।
কলৰ্মধ্যে মধ্যে জাই ঘৰৰ ওপৰ।
জন্ত্ৰ বলে উঠে ধুঁআ গগন মণ্ডল।
সত্য বিনা এ পৰাৰে অন্য কিচু নাই।
অসত্য ৰচিলে কিবা লাভ পোআ জাই;
ইহাতে কৰিয়া আমি কি কব বিস্তৰ?
কিনাৰাম্ সত্ৰিয়া কবি টাক্‌চাল জন্ত্ৰৰ।

## গাঁও আৰু বজাৰৰ বৰ্নন

কালি ঘাটৰ পচিম দিগে গ্ৰাম খিদিপুৰ,
লিখিলে বাহুল্য হই, কি কব বিস্তৰ?
ধন্য ধন্য থান সিতো লক্ষ্মি নিজে বসে,
তাৰ মধ্যে চাপন খানা বাজাৰ প্ৰকাসে।
তাতো কৰি প্ৰধান্ আচে চিন্নিয়া বাজাৰ,
তাহাৰ পচিমে পটল্‌ডাঙ্গা নাম জাৰ;
চাপাতলা হাট আচে তাহাৰ দখিনে,
বাঘ বাজাৰ্ এক আচে উতৰ পচিমে।
ততোধিক ৰূপে আচে বৰ জে বজাৰ,
সমন নগৰ দেখি প্ৰতাপ তাহাৰ।
সে বজাৰে দেখি অতি প্ৰজা লোকাৰন্য,

কোন বেটা গনিবেক তাতে কত সৈন্য?
সব বজাৰত কৰি দ্ৰব্য সাস্তা আচে,
কিন্তু সিধা লোক গেলে ঠগ হই পাচে;
কদৰ বুজিয়া তাত কথা টানি নেই,
ঠগি লোকে সোধে তাক হাই ডাবি দেই।
কোন বেটা কোন লোকৰ মাথা কাটি লই,
তত্ৰাচ তাহাৰ কিছু সন্ধান ন হই।

## চহৰ বৰ্নন

চহৰ চহৰ বৰ অতি বাহদুৰ,
দেৱৰ ভুৱন জেন কৰিচে প্ৰচুৰ।
বজাৰে নু ফুৰে জদি কৰিয়া বৰাই,
মাথাই কৰি সব দ্ৰব্য দিএ কৰি পাই।
চহৰতে জত লোক থাকে জেই ঠাই,
নিবাসৰ চাৰি দিসে চাৰি বজাৰ পাই।
উত্তম অধমে কৰে বৰ জে পোচাক,
জোঁতা মাত্ৰ নাহি পদে কুতা আৰু কাক।
কোনো জদি ধন হেতু সমৰ্থ ন হই,
ধাৰ কৰি সেই বেটা পকিতে চৰই।

## অথ পুখুৰিৰ বৰ্নন

আৰু আমি কহোঁ সুনা পুস্কৰ্নিৰ কথা,
কহিতে বিপুল লাগে তাহাৰ বেৱস্থা।
দিৰ্ঘ প্ৰস্ত অতি বৰ পুখুৰি বিস্তৰ,
প্ৰবন্ধেৰে ইটে বন্ধা দেখিতে সুন্দৰ।
চৌ দিসে লোহাৰে বেৰা ঠুকে সক্তি কাৰে,
ডবাব নি দিএ ভৰি ভাণ্ড চাৰি পাৰে;
চতুৰ্কোনে দিপ জলে ৰাতি সমুদাই,
দিৰ্ঘ দিৰ্ঘ ৰাস্তা জেন দিপ সেহি প্ৰাই;
সৰ্ব জন দেখি জেন জমুনাৰ নই,



তাতে মত্স্য পুত্ৰ মেলি কত পুসিচই।
ৰাস্তাই পুস্কৰ্নিৰ দিপ বহু বহু জলে,
ৰাত্ৰি হৈলে সেই প্ৰদিপ পুষ্প ৰূপে ফুলে;
জল হৈলে সেই প্ৰদিপ ন হই নিৰ্বান,
জি জি ঠাইতে জেই জাই পাবই সন্ধান।

## অথ চহৰ সুখিয়াতি

ধন্য ধন্য চহৰ বাবা কল্কতা নগৰ,
লোনা জল বিনা হেৰা থাকিতে সুন্দৰ
গুম গুম বাজে জেন গাঁৰিৰ ঘণ্ঘাল,
কোনো সব্দ ভেদ নাই সদা কোলাহল।
দুম দুম দাম দাম গিৰ গিৰ কৰে,
ঠেলা ঠেলি লোক পৰে দেখি, ৰঙ্গ চৰে।
কিনো চিত্ৰ, কিনো ৰূপে, কিনো কাৰিকৰ,
জত জন্ত্ৰ নিৰ্মান কৰে কল্কতা চহৰ।
চল চল চল ভাই, কল্কতা চহৰ।
তাহা দেখি চকুৰ্বিতি সবে অন্তকৰ।
কল্কতা নগৰ জেই জন দেখা নাই,
স্ৰিতিকাৰ কলচিতে আচই লুকাই;
জেই জন দেখি আচে কল্কতা ভুবন
চকু দ্বাৰা কৰিলেক অস্ৰিত ভোজন।
অন্য পথে গলে জদি ঠগ হানি হই,
মাথা ভাঙ্গাই গলে বাবা কিচু নাহি ভই।
লক্ষ্মি লক্ষ্মিপতি কৰে চহৰে বসতি,
সেই হেতু কোনো কাৰ্জ নাহি অসঙ্গতি।
সংখেপ পাৰাৰ কৰি এসব ভাবিয়া,
মতি অনুসাৰে ৰচে কিনাৰাম সত্ৰিয়া।

# নগাঁৱত মাউৰ লগাৰ কথা।

## Cholera at Nowgong.

৬ বচৰ। নম্বৰ ৭। জুলাই ১৮৫১।

জুন মাহত জিলা নগাঁৱত মাউৰে ধৰাত অনেক মানুহ মৰিচে। সদায় মানুহ মৰা দেখি মানুহবিলাকৰ মনত সুখ সাতি নাই। কেৱল অথিৰ হৈ মনত বৰ ভয় লাগি মানুহবিলাকে বোলে, আমিও নো এই বেলি জিম নে? মৰাবোৰ মৰিচে হই, কিন্তু আমাৰো এইবাৰ জিয়াৰ আগন্তুক নাই, এনে পৰাঠত জিম জেন বুলি কেৱে আসা ন কৰিবাহঁক, কি জানি এই বাৰতেই ইস্বৰে সকলোকে সংহাৰ কৰে, সকলোএ গোট খাই ইস্বৰৰ নামকে লওঁহঁক। এই বুলি মানুহবোৰে গোট খাই লৰা তিৰোতা ডেকা বুৰা সকলোএ সভা পাতি গাঁৱে গাঁৱে দুয়ো বেলা নাম লৈচে। আৰু বঙ্গালিবোৰেও গোট খাই তাল ম্রিদঙ্গ লৈ ৩ বজাৰ পৰা ৰাতি ৮।৯ বজালৈকে নগৰৰ আলি বাটে বাটে কির্তন কৰি কৰি সেসত গাঁৱলৈ জাই। পাচে চোতালতে বা পদুলি মুৰতে আটাইবোৰে তাল খোল বজাই হাত দাণ্ডি ঘুৰি ঘুৰি কির্তন কৰি থাকোঁতেই ঘৰৰ পৰা গিৰিহঁতে আনি চেনি, বা বাতাচা, বা আন ভাল উপহাৰ বস্তু হৰিৰ লুট বুলি সকলোৰে মুৰৰ ওপৰত সিঁচি সিঁচি দিএ; পাচে মানুহবোৰে বুটলি বুটলি খাই। আৰু পল্টনিয়াবোৰে হলে পাৰ, চাগলি, হাঁহ আৰু নৈবেদ্যে সৈতে গোটাই লৈ কলঙ্গ নদিঁলৈ নি পানিৰ ওচৰতে পুজা দি প্রার্থনা কৰি তাতে এৰি আহে। এইমতে জেয়ে জিহকে হই, তাকে কৰিচে, কিন্তু এইবোৰ কৰাত উপসাম হোআ নাই, মৰিহে আচে, অচমিয়া উপাইৰ পৰা এটিও ৰখ্যা পোআ নাই; কিন্তু পাদুৰি চাহাবৰ পৰা কিচু মানুহ জিচে। সেয়ে নো কেনেকৈ জিচে, স্রীজুত ব্রনচন চাহাবে আমেৰিকাৰ পৰা আহোঁতে তেওঁ নতুন ভাল দৰব কিচু লৈ আহিছিল; সেই দৰবকে নি জি জি খুআইচেনি, সেয়ে ৰখ্যা পৰিচে, আৰু ওচৰৰ চাৰিও ফালে জি জি পৰিচে, তাক হলে স্রীজুত ইস্তদর্দ পাদুৰি চাহাবেও দেৱাই দিএ, দেৱাই খুআই ঘনে বাত্রা লৈ থাকে; তেও জদি পেট জাই, বা বাঁতি হই, আকও



আন ৰকম দেৱাই খুআই, বেলিএ বেলিএ চাহাবে নিজেই গৈ হাত ভৰি পিটিকি চাই তদাৰক কৰি থাকে। আৰু ইস্কুলৰ লৰা গোটা চাৰেক পৰিচিল, সেইদৰে চাহাবে মেমে দেৱাই দি তদাৰক কৰি ভাল কৰিলে। আৰু সকলোতে কৈচে, জাৰ জাৰ বেমাৰ হই, মোৰ এখেৰ দেৱাই নি খুআবাগৈ। এইদৰে আমাৰ চাহাবে মেমে ব্রনচন চাহাবেও সকলোৰে ৰখ্যাৰ উপাই চিন্তিচে।

মা.

# অনেক দেসৰ সম্বাদ

## Journal of Events

৬ বচৰ। নম্বৰ ৭। জুলাই, ১৮৫১।

এপ্রিল মাহৰ অৰুনোদইত ব্রহ্মপুত্রৰ গৰাত ধন পোৱা কথা লিখা হৈছিল। সেই কথা বিচাৰ কর্তাৰি আগত সোধ পোচ কৰাত আউনিয়াটিৰ চাউল ভঁৰালিএ সেই ধন কাৰ্হি লোআৰ অপৰাধ পালত ৩ বচৰ, আৰু লগৰ ভকত জন চাৰেকক ১ বচৰকৈ ফাটক দিলে।

গুআহাটিত থকা কেঁয়া লোকে ভাপ জাহাজৰ দোআৰাই চন্দুকত ধন ভৰাই কলিকতালৈ পঠালত তত লোআ গৰাকিএ চন্দুক মেলি ইটা ডোখৰ চাৰেক ভৰোআ মাথোন পালে। পাচে গুআহাটিত ভাপ জাহাজৰ বস্তু ৰখা জি কেৰানি চাহাব, তাৰ গাত চোভা পাই সোধ কর্তাৰি আগলৈ নিলে। এতিয়া আমি সুনিচোঁ, তাক পঞ্চায়ত লোকে অপৰাধৰ ৰাই দিয়াত সোধ কর্তাই ৭ বচৰ ফাটকৰ জোগ্য বুলি থিৰ কৰিলে।

ভাটি ফালে কাপ্তান ৰবিঞ্চন নামে এজন চাহাবে হাবিত চিকাৰ কৰোঁতে এটা বৰা গাহৰি বেগেৰে আহিবৰ দেখি চিঁটা গুলি ভৰোআ হিলৈ মাৰিলত গাহৰিৰ আৰু খঙ্গ হৈ খেদি আহি চাহাবক কামুৰি পেট ফালি মৰিব লগাগৈ এৰি গ'ল।

লখিমপুৰৰ পৰা এই কথা পত্রত লিখিচে, এই বচৰৰ জেঠ মাহত বান্টৌ গাঁৱৰ এটা মানুহে আহু ধান নিৰাবলৈ জাঁওতে বাটত এটা বনৰিয়া মহে কৰঙ্গনে খোঁচ মাৰি তপিলালৈকে মঙ্গহ ডোখৰ ওভোতাই পেলালে; আৰু সিটো ভৰিৰ গোৰোআই দি সিঙ্গ সুমাই আঁঠুলৈকে মঙ্গহ ডোখৰ সিঙ্গতে নিলে। মুৰৰ পোনে ২।৩ খোঁচ মাৰিলে, গালে দি সিঙ্গ মাৰি মুখে উলিয়ালে; পাচে দুদিনৰ মুৰত মৰিল। সেই মহটো জিলাৰ স্রীজুত হল্‌ৰইদ চাহাবে গুলিয়াই মাৰিলে।

আৰ গৰমুৰৰ ওচৰত এটা মানুহক গঁৰ এটাই খৰগেৰে পিঠি ফালে মাৰি, তল পেটে উলিয়ালে। সেইটো মানুহক লখিমপুৰ জিলাৰ ডক্তৰ চাহাবে দৰব দি এমাহলৈকে ৰাখিচে।

জেঠ মাহতে আৰু এটা মানুহৰ পাচ ফালে দি গুলি লাগি তপিলাই দি ওলাই বাজ



হৈ গ'ল; তাকো ডক্তৰ চাহাবে দৰব দি ভাল কৰিলে, এতিয়া সি আগৰ নিচিনাকৈ বন বাৰি কৰি ফুৰিচে।

ডিবুৰুগৰ জিলাৰ ওচৰত এটা বৰ মৰলি সাপে পহু ধৰি এডোখৰ গিলি থাকোঁতে মানুহে দেখা পাই বাত্রা কলত স্রীজুত ইদন নামে কাপ্তান চাহাবে গৈ দেখি তাৰ জোখ পোত কৰি ঠিক কৈ নকচা লিখিলে।

৮ জুনত বম্বাই নগৰত থকা এটা পার্চি মানুহে পেট বোআ দৰব বেজ ঘৰৰ পৰা কিনিবলৈ চাকৰ পঠোআত দৰবৰ গৰাকিএ ভুল হৈ কাফিঙ্গৰ জোল দি পঠালে, তাকে খালত এঘন্টাৰ পাচে সেই মানুহ মৰিল। জিমান কাফিঙ্গ আনিচিলে, সি তিনটাক মাৰিবলৈকো জুৰিলেহেঁতেন।

জুন মাহত বিৰভুম নগৰৰ পৰা হাজাৰিবাগ গাঁৱলৈ ৭০ জন কইদি লোকক নিওঁতে, এক ৰাতিতে গোবিন্দপুৰ নগৰত কাপৰৰ ঘৰত বন্ধ হৈ সুই থাকোঁতে সেই ঘৰত জুই লাগি একে বেলিএ ২৪ টা মানুহ পুৰি মাৰিলে, আন সাতোটাকো বৰকৈ পুৰিলে; আৰু ১৯ টাক অলপ অলপ পুৰিলে। ৰখিয়াবোৰে স্রম কৰা হলে প্রাই আটাইবিলাক নমৰাকৈ ৰাখিব পাৰিলেহেঁতেন।

চদলপুৰত এজন নিল কুঁঠিৰ চাহাবৰ বস্তু লুট কৰিবলৈ এমসা ডকাইত আহিলত চাহাবে সিহঁতক ১৪ বেলি গুলি দিয়ালৈকে সাহ কৰি থাকিল, পাচে হুহকি গল।

জেৰানচিঙ্গ নামে এজন চিকৰ সেনাপতিএ এটা জগৰিয়া গোৰা চিপাহিক ধৰিবৰ নিমিতে তাৰ ওচৰলৈ গ'লত সি ফটিকাৰে বলিয়া হৈ একে বেলিএ সেই সেনাপতিক মাৰিলে। পাচে হাতত তৰোআল লৈ লৰ মাৰি বাটত এটা গাধ পাই তাকো কাটি পেলালে; পাচে গৈ মানুহ ফাঁচি দিবলৈ পোতা চতিৰ খুঁটাক কাটিব ধৰিলে; সেসে তাক বৰ স্রমেৰেহে ধৰা হ'ল।

এৰিএল নামে এখান জাহাজ ১৪ মেই তৰিখত হুগুলি নদিৰ মুখে ওলাঁওতে লস্কৰে জুই লগালত পুৰি পুৰি পাচে জুয়ে জখাৰ পাই তাত লাগি একে বেলিএ ফুটি জাহাজ তল গল। তাত কাফিঙ্গৰ ৮০০ চন্দুক আচিল পাচে সোধ পোচ কৰি কৰিম বক্‌চ নামে এটা লস্কৰ দুসি জেন বুজি দেসান্তৰ কৰি জনম ভৰ ফাটকত দিলে।

নৱেম্বৰৰ ১৯ তাৰিখৰ পৰা ৬ দিনলৈ ইঙ্গলণ্ডত ভয়ানক ধুমুহা বতাহ হোআত, অনেক জাহাজ ভাগিল। এখন জাহাজত ২১৬ জন মানুহ আচিল; জাহাজ বামলৈ নিয়া হৈ ভাগিলত ৯৬ মানুহ মৰিল। আন এখন জাহাজত ৫০০ মান মৰিল।

আক্তোবৰ ২৩ তাৰিখত ৯০ বৰ টোপ নিয়া তুৰুকি ৰনুআ জাহাজৰ ভিতৰত খাৰত জুই লাগি ফুটি জাহাজ আদি সকলোকে ডোখৰ ডোখৰকৈ উৰুআই পেলালে। তাত ৫০০ মান মানুহো মৰিল।

৪ এপ্রিলৰ পৰা ৬।৭ দিনলৈকে আমেৰিকাৰ দাঁতিত বৰ তুফান হৈছিল, সাগৰৰ

চৌট বতাহে তোলাত ভালেমান নগৰ আৰু গাঁৱৰ আলি বাট তল গলত ঘৰ আদি অনেক বস্তু লোকচান হ'ল। বস্তন নগৰৰ দখিন ফালে এটা প্ৰদিপ দল ভাগি পৰিল, আৰু তাত থকা দুজন ৰখিয়াও মৰিল, সিবিলাকৰ সও পোআ ন গ'ল।

খেহ দেসৰ কান্তন নগৰৰ পৰা ওৰিএন্তল নামে এখান আমেৰিকান জাহাজে ২৭,০০০ মোন চাহ আদি বস্তু নি ৯৮ দিনত লণ্ডন নগৰ পালে। ইমান বেগেৰে আগেয়ে কেও জাব পৰা নাই।

পাচিফিক নামে আমেৰিকাৰ এখন ভাপ জাহাজ এপ্ৰিলৰ ৯ তাৰিখত লিবৰপুল নগৰ এৰি ৯ দিন ২০ ঘন্টাৰ ভিতৰত ৩০০০ মাইলৰ বহল আটলান্টিক সাগৰ পাৰ হৈ নুয়ৰ্ক নগৰ পালে। তাৰ সমান বেগে আন কোনো জাহাজ জোআ নাই।

ওআস্যিংতন নামে এখান আমেৰিকান জাহাজত ১০১০ মানুহ উঠি লিবৰপুল নগৰ এৰি ৩০ মেই তাৰিখত নুয়ৰ্ক নগৰ পালেগৈ। এইমান সৰহ মানুহ একে খান জাহাজত আগেয়ে জোআ নাই; বাটতো সিবিলাকৰ এটাও ন মৰিল।



# সাঁথৰ দিয়া

## Riddles.

৬ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ ১৮৫১।

১। ৰজাৰ লেজু গচ মেলিব পাৰে,
চপাব নোআৰে।

২। হাবিত কাহে, ওলাই নাহে।

৩। মাক জুটুলি মুটুলি,
পুতেক চোকা টেকেলা।

৪। ঘৰৰ ভিতৰত সোমাল বাঘিনি
চাৰি ঠেঙ্গ মেলি হল গাভিনি।

৫। হাবিৰ পৰা ওলাল বুৰি,
তাইৰ চকু বাৰে কুৰি।

৬। সুফুল ফুলিচে, পিন্ধোঁতা নাই,
সুপাটি পাৰিচে, সোওঁতা নাই।

৭। এক গোট জন্তু আচে, গাৱে ত্ৰিভ ংগুৰ,
মাথে এক সুল আচে, ত্ৰিতই লেঙ্গুৰ।

৮। ব্ৰিখ্য হই, গুটি নাই,
ঘৰৰ কৰ্মে সততে পাই,
সৰু কালে কাপৰ লই,
বৰ হলে নাঙ্গট হই।

৯। মুৰত চৰে, চোৰ চোৰ কৰে,
খাই হাতৰ পানি, থাকে খোৰ খানি।

১০। ন মৰা নি জিয়া দুই ভাই,
জন্তু ন হই চলি জাই;

ঘোঁৰা ন হই টাব চাৰি,
ৰজা ন হই চত্ৰ ধাৰি।

১১। একে হাত কাঠ, বাৰে হাত ডাঠ,
তাৰে সাজিলে ভিম কাতৰি,
তিনি স তিনি কুৰি জঁতৰৰ জঁতৰি।

১২। ন মৰে, ন জিএ, একেটি ভাই,
মানুহৰ ঘৰে বিচাৰিলে পাই,
পন্থ পখি তাৰ মাথে
চুলে মাত্র সততে কান্দে।

১৩। সৰ্ব গাই জাবৰ, মাজে কিচু খাল
খালে মুখত গোন্ধাই সিতো,
খাবলৈকো ভাল।

---

অৰুনোদই । ৬ বচৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৫১।

চেপ্তেম্বৰৰ অৰুনোদইত লিখা সাঁথৰৰ উতৰ।

১, আলি বাট। ২, কুঠাৰ। ৩, ভোট মৰিচ। ৪, আঁঠুআ। ৫, চালনি। ৬, সুৰ্জ আৰু পানি। ৭, মিচা মাচ। ৮, বাঁহ। ৯, খুৰ। ১০, খৰম। ১১, বচৰ। ১২, ঘন্টা। ১৩, জোৰ তামোল।



# তিনিজন ভাইৰ মিস্যনেৰি জাত্রা।

## Missionary Tour of Native Assistants.

৭ বচৰ। নম্বৰ ২। ফেবৰুআৰি ১৮৫২।

আমি সিৱসাগৰ জিলাৰ পৰা ৬ ডিচেম্বৰত প্ৰথমে গৈ আউনিআটি সত্ৰৰ ভাটিএ ভেঁকেলি মুখত থকা মিৰি গাঁও পালোঁ। সেই মিৰি গাঁৱতে আমাৰ মিস্যন ইস্কুল থকাত আমি তাতে এদিন থাকি লৰাবোৰৰ লিখ্য পৰ্হাৰ মহলা ললোঁ। পাচে ইস্কুল ঘৰত মিৰিবোৰক গোটাই তাতে আমাৰ নিতি মতে সিবিলাকৰ লগত ইস্বৰক সেৱা কৰিলোঁ; আৰু সিবিলাকৰ আগত আমি তিনিও ভায়ে ক্ৰমেৰে আমাৰ প্ৰভুৰ মহা প্ৰাচিতৰ কথা বুজালোঁ। মিৰিবোৰ মাইকি মতা সকলোএ আমাৰ কথা সুনিবলৈ গোট খালে। পাচে আমি জি জি কথা, বিশেষকৈ প্ৰভুৰ জি প্ৰেমৰ কথা সিহঁতত বুজালোঁ, তাকে ভালকৈ সকলোএ মন দি সুনিলে; কিন্তু ইস্কুলৰ চাত্রবোৰৰ মাজৰ কোনো কোনোএ প্ৰভুৰ দুখ ভোগৰ কথা সুনি বৰকৈ মন দিলে। আমি সিহঁতৰ গাঁও পোআৰ গধুলিও আমাৰ নাৱলৈ আহি সিহঁতে বহু পৰলৈ ইস্বৰৰ কথা সুনিলে।

এই মিৰি জাতি লোকলৈ আমি সদাই সুঁঅৰি থাকোঁ। সিহঁতৰ আগৰ কোনো ধৰম বা সাস্ত্ৰ নাই, এতিয়াহে অচমিয়া গোঁসাইবিলাকে সিহঁতক ভকত কৰাই মিচা আশ্ৰই দেখাইচে। তথাপি আমি সিহঁতলৈ সদায় আসা কৰোঁ, আৰু অলপতে ইস্বৰে সিবিলাকলৈ পৰিত্ৰান প্ৰকাস কৰি দেখাব বুলি বিস্বাস কৰিচোঁ। ইস্বৰে জেন এই কুসলৰ সমই আতি সিঘ্ৰে আনে, তাৰ কাৰণে আমাৰ সদাই প্ৰাৰ্থনা।

সেই মিৰি গাঁৱৰ পৰা গৈ ১৩ তাৰিখে কলঙ্গপুৰ গাঁও পালোঁ। তাতে অহাই জোআই ৬ দিন মান থাকি চাৰিও ফালৰ গাঁৱত ফুৰি জি কৰম কৰিবলৈ আমাৰ প্ৰয়োজন আচিল, সেই আমাৰ ত্ৰান কৰ্তা প্ৰভুৰ অমুল্য পৰিত্ৰানৰ বাক্য প্ৰচাৰ কৰিলোঁ। আমাৰ কথা সুনিবলৈ অনেক সত্ৰৰ পৰা গোসাঁই মহাজন বিলাকে আহি আমি কোআ কথাৰে সৈতে বাদ বিচাৰ কৰিলে। কিন্তু সিবিলাকৰ সাস্ত্ৰৰ ভিতৰত জাত কুলৰ প্ৰাচিতত বাজে অন্তৰ পাপৰ কোনো প্ৰাচিত নোলাই; তাকে প্ৰমাণ কৰি বুজালত সিবিলাকেও

সেই কথা হই বুলি সৈ কাৰ্হিলে। পাচে এঈ কথা কেনেকুআ, তাক বিচাৰ পৰ কৰি চাবৰ কাৰণে আমাৰ পৰা সাস্ত্ৰ কিতাপ সিবিলাকে আপুনি খুজি খুজি ললে।

১৫ তাৰিখে সুতাৰ নামে এখন গাঁৱলৈ তিনিও ভাই গৈ দুই তিনি ঠাইত সোমাই কিচু কিচু মানুহ পাই, তাতে সিবিলাকৰ আগত অলপ বেলি প্ৰভু ৰ দুখ ভোগৰ কথা প্ৰচাৰ কৰিলো। আৰু জিবিলাকে পৰ্হিব পাৰে, সিবিলাকে সাস্ত্ৰ কিতাপ ললে। তাত থকা এজন গোসাঁয়েও আমি বিবেচনা কৰি চাম বুলি, আমাৰ পৰা এখান সাস্ত্ৰ আৰু আন কিতাপ কিচু ললে। আৰু কলে, বোলে, তোমালোকে আমুক ঠাইলৈ গৈ তাতে এই কথা প্ৰচাৰ কৰাগৈ; কিয়নো তাতে এজন ব্ৰিধ গোঁসাই ম্ৰিত্যু হোআত আৰু তেওঁৰ দহ দিনিয়া দহা হৈচে। এই কাৰণে তাত অনেক ঠাইৰ পৰা বহু লোক আহি গোট খাইচে। সেই কথা শুনি আমি এজন মানুহৰ লগত গৈ সেই ঠাই পালোঁহক। তাতে বহু লোক গোট খোআ পাই আমি ক্ৰমেৰে আমাৰ ত্ৰানকৰ্ত্তা প্ৰভুৰ প্ৰাচিতৰ কথা বুজাবলৈ ধৰিলোঁ। পাচে আমাৰ কথা সুনি ১০০ মান লোক ঘৰৰ চোঁতালত গোট খালে, তাতে আমি দুই ভায়ে দুই ঘন্টা মান সিবিলাকৰ আগত প্ৰভুক কিৰ্তন কৰিলোঁ। আৰু সিবিলাকে এতিয়া জি ধৰমত আশ্ৰই লৈ আচে, তাৰ দোআৰাই জে পৰিত্ৰাণ পাব নোআৰে, তাকো বহু প্ৰমাণেৰে বুজালোঁ। আমি কোআ এনে প্ৰমাণ সুনি সিবিলাকে আৰু বৰকৈ মন দিলে। পাচে কোনো কোনোএ সুধিলে, বোলে, তেন্তে আমি য়িচু খ্ৰিষ্টক নো কেনে ৰূপে চিন্তিলে পাব পাৰিম? তাতে আমি সন্তোস মনেৰে সিবিলাকে প্ৰভুক জি ৰূপে চিন্তিলে পাব পাৰে, তাৰে কথা বুজাই দিলোঁ। এই ৰূপে আমি সিবিলাকৰ আগত কথোপকথন কৰি থাকোঁতে কোনো এজন মানুহে নামঘৰৰ পৰা লোকবিলাকক ৰিঙ্গিয়াই কলে, এতিয়া তোমালোকে দহালৈ আঁহা, কিয়নো সকলো বস্তু জুগুত হৈ আচে। তেতিয়া মোৰ পাচৰ পৰা এটা মানুহে উতৰ দি কলে, তোমালোকৰ তাত নো কি বস্তু আচে? কেৱল মাহ আৰু চাউল মাথোন আচে, কিন্তু আমি ইয়াত অমৃত ৰূপ বাক্য সুনিবলৈ পাইচোঁ। এই হেতুকে আমি এনে কথা এৰি তালৈ জাব নোআৰোঁ; কি জানি এই কথাৰ দোআৰাই ইস্বৰে আমাক কোনো ৰূপে মুক্তিৰ পথ দেখাই। এই ৰূপে সেই মানুহে বহু গোসাই আৰু ভদ্ৰ লোকবিলাকৰ আগত সাহ দি কলে; তথাপি কোনোএ তাৰ কথাত একো উতৰ দিব নোৱাৰিলে। আৰু মানুহবিলাকে আমাৰ কথা মনৰ ইচাৰে সুনি থকাৰ কাৰণে আন একো কথালৈ মন নিদিলে। পাচে জেতিয়া আমি কথা কৈ এঁটালোঁ, তেতিয়া জিবিলাকে পৰ্হিব পাৰে, সেইবিলাকক সাস্ত্ৰ কিতাপ দি আন এক দুই ঠাইত সোমাই পাচে আমি থকা ঠাইলৈ আহিলোঁ।

মানুহবিলাকে আমাৰ কথাত এই ৰূপে মন নি সুনাত আমি অতি আনন্দ পালোঁ। আৰু মনত এনে সান্ত্বনা হোআত বাট বুলি আহোঁতেও নাচিম জেন লাগিচিল। এনে ৰূপে প্ৰভুএ আপোনাৰ অনন্ত পৰিত্ৰানৰ বাক্য লোকবিলাকৰ আগত আমাৰ দোআৰাই



প্ৰকাশ কৰোআত আমি তেওঁৰ ধন্যবাদ কৰিবৰ অতি কাৰণ হৈচে।

এনেকৈ আমি কলঙ্গপুৰত ফুৰি এঁটাই ১৯ তাৰিখে তাৰ পৰা এবেলাৰ উজনি হোআ গহপুৰ নামে মোৰ জনম ঠাইলৈ গলোঁ। তাতো মোৰ আগৰ চিনাকিবোৰৰ আগত ৬ দিন মান থাকি প্ৰভুক কিৰ্তন কৰিলোঁ। সিবিলাকে মোৰ মুখৰ পৰা য়িচু খ্ৰিষ্টৰ প্ৰাচিতৰ বচন সুনি বৰ বিস্মই জেন পালে। আৰু মই সিবিলাকৰ গাঁৱৰ মানুহ হৈ এনে নতুন ধৰমৰ কথা কোআত ভালকৈ মন দি সুনিলে।

২২ তাৰিখে মোৰ সৰিল অতি ভাল নোহোআত ভাইবিলাকে সৈতে দুৰৈ গাঁৱলৈ জাব নোআৰিলো, ওচৰৰ গাঁৱতে ফুৰি ১০।১২ জন লোকৰ আগত অলপ বেলি ইস্বৰৰ কথা কবলৈ পালোঁ। ভাইবিলাকে সৈতে দুৰৈ গাঁৱলৈ জাব নোআৰাত মনত বৰ অসন্তোস হৈচিল। তথাপি জেতিয়া ভাইহঁত গাঁও ফুৰি আহিল, তেতিয়া সিবিলাকে অতি আনন্দৰ বাত্ৰা মোত বুজালে, বোলে, আজি আমি এঠাইত এজন বুৰা আৰু গোটা চাৰেক ডেকা মানুহকো লগ পালোঁ। তাতে সিবিলাকৰ আগত কিচু বেলি কথা কঁওতেই বুৰাই মাত লগালে, বোলে, গল ৰাতি মই এটা আচৰিত সপোন দেখিলোঁ, এজন চাহাব ঘোঁৰাত উঠি আমাৰ ঘৰৰ ফাললৈ পোনাই আহিচিল; তেওঁৰ বুকু ৰঙ্গা, মুখ বগা, পাচে তেঁও আহি মোৰ ঘৰৰ ওচৰ পোআতে কলে, মই জাবৰ কাৰণে তোমাৰ জেওৰা ভাঙ্গি দিয়া; কিয়নো চাহাবে জেন আমাৰ ঘৰলৈ নাহিব, তাৰ কাৰণে বৰ ওখকৈ জেওৰা দিচিলোঁ। তেও চাহাবে বাট দে, বাট দে বুলি কলে। কিন্তু আমি তেঁও আহিবলৈ বাট নি দিয়া দেখি চাহাবে ঘোঁৰাই সৈতে জাঁপ মাৰি ইমান ওখ জেওৰা খন পাৰ হৈ আহিল। পাচে আমাৰ ওচৰ পাই এই কথা কলে, তোমালোকে সকলোএ আগৰ মিচা ধৰম আৰু মিচা আশ্ৰই এৰি সত্য ধৰম লব লাগে; কিয়নো এতিয়া সত্য অৱতাৰৰ কথা ওলাইচে। তাতে তোমালোকে ধৰিলে পৰিত্ৰান পাবা। এই ৰূপে কথা আমাত কৈ চাহাবে ঘোঁৰাই সৈতে উতৰ ফাললৈ গুচি গল। সেই বুৰাই আপোনাৰ সপোনৰ কথা কৈ ভাইবিলাকত কলে, তেন্তে তোমালোকে জি জনৰ কথা আমাৰ আগত কৈচা, সেই জনেই আমি সপোনত দেখা সত্য অৱতাৰ হব পাই।

আমাৰ ভাইবিলাকে এনে ৰূপ গৈ সিবিলাকৰ আগত সত্য অৱতাৰ প্ৰভু য়িচু খ্ৰিষ্টৰ সুভ বাত্ৰা কিৰ্তন কৰাত সিবিলাকে সুনি বিস্মই মানিলে।

এই ৰূপে সেই মোৰ জনম ভূমিত অহাই জোআই সাত দিন মান থকা হল। আৰু সেই থকা দিনৰ ভিতৰত আমি দিনে দিনে তিনি কুৰি বা চাৰি কুৰি মান মানুহৰ আগত প্ৰভুৰ বাক্য কবলৈ পাইচিলোঁ। গাঁৱৰ পৰা উভতি আহিলেও ওচৰৰ গাঁৱলিয়াবোৰে ৰাতি জুমে জুমে আমাৰ ওচৰলৈ আহে। সিবিলাকে ধৰম কথা সুনিবৰ কাৰনে আহে, কেৱল এনে ন হই, কিন্তু মোৰ লগত একৰ্দিয়ন নামে বিলাতি বাজনা জোআত তাক সুনিবলৈহে আহে। তাতে আমি অলপ বেলি বাজনা দেখাই ৰাতি বহুতলৈকে সিবিলাকৰ

আগত আমাৰ প্ৰভুৰ কথা বুজাওঁ।

এদিন আমি গাঁঠি গাঁও নামে এক ঠাইলৈ গলোঁ, তাতে ডফলা কেতবোৰ আহি গাঁও পাতি আছে। পাচে আমি সেই ডফলাৰ ঘৰলৈ গৈ এটা গামক পাই তাৰ আগত অলপ বেলি ইস্বৰৰ কথা কলোঁ। সি এনে কথা কেতিয়াও আগৈএ নু সুনাত বৰ বিস্মই হল। আৰু বুলিলে, মোক প্ৰভু য়িচু খ্ৰিষ্টে ৰাখিচে নে? তেঁৱে মোক মাৰিব নে? পাচে আমি ক'লো হই, তোমাক ৰাখিচে, আৰু মাৰিবও। কথা কৈ এঁটাই তাক মই সুধিলোঁ, তোমাৰ আগৰ বুপা ককা কৰ পৰা আহিল? সি কলে, আমি স্বৰগৰ পৰা আহিলো, আহোম ৰজা সোনৰ জখলাৰে আহিল, আমি বাঁহৰ জখলাৰে আহিলোঁ সেই কাৰনে এতিয়া আমি চাঙ্গ ঘৰ সাজি থাঁকো। ডফলা জাতি প্ৰাই মিৰিৰ দৰে হই, ঘৰো মিৰিৰ ঘৰৰ দৰে, আৰু জেতিয়া অচমিয়া কথা কই তেতিয়া মিৰিৰ দৰেই উচাৰন কৰিব নোআৰে। মানুহবোৰ মিৰিতকৈ সকত আৰু হিংসক। সিহঁতে সদায় ৰনৰ সাজেৰে ফুৰে, ডিঙ্গিত কাঁৰৰ টোন আৰু ধেনু, আৰু ডেৰহাত মান দিঘল এখন পঙ্গুআ অৰ্থাত দা। এইবোৰ অস্ত্ৰ সদাই গাত লৈ ফুৰাই, কোনোএ জদি সিহঁতক অপকাৰ কৰে, সিহঁতেও তাৰ প্ৰতিফলন নি দিএ মানে নেৰে। সিহঁত মানুহবোৰে প্ৰায়ে নগাত কৈ বগা; নগাৰ দৰে সকলো বস্তু খাই। সিহঁতে চাৰি পাঁচ দেৱতাক পুজে; সেই দেৱতাবোৰৰ নাম এই। চৰক, অৰ্থাৎ স্বৰগ দেও, স্লঁ দেও, চিকি দেও, লুঁট দেও, আৰু টাপম দেও। কিন্তু আটাইতকৈ প্ৰধান চৰক দেও। জেতিয়া সিহঁতে দেৱতা সেৱা কৰে, তেতিয়া আহোম দেঁওধাইৰ দৰে গাহৰি, কুকুৰা মাৰি মন্ত্ৰ গাই। ডফলাৰ কেৱল দুই জাতি মাথোন। এজাতিৰ নাম টাগি, সিহঁতৰ ভাসা আনতকৈ কিচু লৰ। আগৰ কালত ডফলাবোৰে ৰায়তক বৰ দুখ দিচিল, কেতিয়াবা অলপ মান জগৰ লাগিলেই ৰাতি ঘৰ বেৰা দি কোনো কোনো ঘৰ ধৰি সিহঁতৰ চাঙ্গলৈ নিএ। পাচে গাঁৱৰ পৰা বহতিয়াবোৰে বহু ধন দিহে আনিব পাৰে। এতিয়া হলে সিহঁতৰ ইমান সক্তি নাই। ডফলাৰ ভাসা প্ৰায়ে মিৰিৰ নিচিনা সুনি।

জি দিনত আমি গহপুৰৰ পৰা আহিলোঁ, তেতিয়া মই সেই মোৰ আপোন গাঁৱলৈ বাটৰ পৰা ঘুৰি ঘুৰি চাই মনত ভাবিলোঁ, হাই হাই, ইস্বৰে এই ঠাইলৈ আপোনাৰ কুসল পঠিয়ালে; মানুহবিলাকে জদি এই বাত্ৰা গ্ৰাজ্য কৰা হলে, তেন্তে সিবিলাকৰ কেনে আনন্দৰ কাৰন হলহেঁতেন। কিন্তু এতিয়া আমি আহিলোঁ, কি জানি এনেকথা সিবিলাকে আৰু কেতিয়াও সুনিবলৈ নে পাব। তথাপি জানিচোঁ, আমাৰ প্ৰভুৰ জি অগ্নিৰূপ বাক্য এই পাপমই অৰন্যত পৰিল, সেই অৰন্য সকলোকে পুৰি ভস্ম নকৰে মানে তাৰ পৰা উলটি নাহিব। পৌলে জেনেকৈ কলে, মই বন্ধনতে আচোঁ, তথাপি ইস্বৰ বাক্য বন্ধন ন হই। সেই ৰূপে আমি আহিলেও ইস্বৰৰ সক্তিমন্ত্ৰ বাক্য তাৰ পৰা উলটি নাহিব, ইয়াকে মই বিস্বাস কৰিচোঁ।

ন.ল.ফ.



# তিৰ্থৰ বিবৰন।

Wanderings of a Pilgrim, - From the Bengali

৭ বচৰ। নম্বৰ ৮। আগষ্ট, ১৮৫২।

## ৩ আধ্যা।

## কামাখ্যাৰ বিবৰন।

পৱাৰ।

কামৰূপতে আচে মুৰ্তি কামাখ্যা দেবিৰ,
জিলা গুআহাটি সিতো পৰ্বত ওপৰ;
ইটাৰ নিৰ্মান কৰা বৰ এক গৰ,
তাৰ মাজে পুব দুআৰে আচই মন্দিৰ;
ইটাৰে বান্ধিচে তাক ভিতৰত গাঁত
উপমা কি দিমো তাৰ পাটকুআ মত?
তাহাৰ ভিতৰে থাকে কামাখ্যা সুন্দৰি,
সি সব ব্ৰিতান্ত মই কহিব নোআৰি।
মুৰ্তি আদি কিচু নাহি, সিলৰ গুপ্তাঙ্গ,
খনিকৰে কাটি কৰিলন্ত সেহি অঙ্গ।
সোনেৰে খতাইচে তাক, দেখোঁতে সোভন,
জাত্ৰি লোক গলে তাতে কৰাই দৰ্সন;
বেল পাত আদি কৰি দিএ তাৰ মাজ,
তিৰি লোকে দেখি তাক কৰে অতি লাজ;
নিলাজ হৈয়া বোলে আপোন তিৰিক,
ভাল মতে দৰসন কৰিবি দেবিক।

সহস্র ব্রাহ্মন তাত বহে চাৰি পাসে,
ভক্তি ভাৱ কিচু নাহি লাভৰ আস্বাসে;
চাইল কলা মিঠে আদি নানা উপহাৰ,
সজায়া সাৰি সাৰি ভোগ দিএ তাৰ।
অন্ধকাৰমই অতি দেখি ভয়ঙ্কৰ,
কোলাহল সব্দ উঠে মন্দিৰ ভিতৰ।
লোকক ভুলুআ চলে আচর্জ্জ দেখুআই,
সিলৰ অঙ্গৰ পৰা জল উলিয়াই।
অতি বেগে উঠে সেহি, সুনা বিবৰন,
কিন্তু সি সত্য ন হই, কালৰ কাৰন।
তাত ৰক্ত তিনি দিন উঠে মাহে প্রতি,
গুপুতে ৰুধিৰ দিএ বহু চাগ কাটি,
বোলে, ৰিতুস্নান হৈচে কামাখ্যা দেবিৰ,
ব্রাহ্মানেও লই ফোঁট সি সব ৰুধিৰ।
কিচু কিচু লৈয়া কেৱে দিএ চকু মুখে,
হিয়াত ৰাখিয়া হাত মচই মস্তকে।
তাহাৰে বোলই বস্ত্র সকল ব্রাহ্মান,
অল্প মুল্য লৈয়া দিএ সর্ব জাত্রিগণ।
পাত্রত ভৰিয়া ৰাখে কৰিয়া জতন,
বোলে, পাপ খেমা হব তাহাৰে কাৰন;
ৰোগ, দুখ, ধন হানি কদাচ ন হব,
ৰাতি কালে ভুতে আৰু প্রেতে ন ধৰিব।
অকাৰনে হিন্দু লোকে কৰে নানা কর্ম,
বিচাৰ কৰিয়া দেখা, তাত কোন ধর্ম?
তাহাতে ব্রাহ্মান সাত ঘৰ বাস কৰে,
তির্থ গুৰু বুলি তাৰা পাণ্ডা নাম ধৰে।
সি সবৰ ঘৰে কন্যা জতেক জন্মই,
বচৰ কুৰিৰ কমে বিবাহ ন হই;
সি সবক বোলে সবে কন্য অকুমাৰি,
জি ৰুপ আচাৰ তাৰ কহিব নোআৰি।
সিহঁতে দেবিৰ কোসে থাকে দিনে দিনে,
জাত্রিগণ দেখি ধৰে পইচাৰ কাৰনে।



তাৰ মাজে সুদিৰৰো কন্যা সদা ৰই,
নিলাজ হৈয়া সবে ভ্রমন কৰই।
স্বামি বিনে কাৰো হই দুই তিনি সন্তান,
বোলে দেবি দিচে মোক অনুগ্রহ দান!
ধনৰ লোভত লাগি সর্বখ্যন ফুৰে,
দুষ্টৰ সঙ্গত জাই পর্বতে গহ্বৰে।
কুমাৰিলোকৰ কথা কৰিলা স্রৱন,
ব্রাহ্মণৰ কথা এবে কৰোঁ নিবেদন।
পথে পথে বহি থাকে জাত্রিৰ কাৰনে,
জাক দেখে, তাক বোলে, জাবা দৰসনে।
এক জন জাত্রি পালে হৰিস মনত,
অতি বেগে নিএ তাক আপোন ঘৰত।
আদৰ সন্মান কৰি ৰাখই জতনে,
তামাখু ভৰিয়া তাক খুআই আপোনে;
তাৰ পাচে মধু স্বৰে কৰই জিগ্যাস,
কৰ পৰা আহি আচা, কোন থানে বাস?
ধন্য তজু, পিত্রি মাত্রি দিলে কেনে জন্ম,
তুমিহে কৰিলা বাপু সুপুত্রৰ কর্ম;
হৰিসিত মনে কৰা কামাখ্যা দর্সন,
তাহাতে নিস্তাৰ পাবা দোর্ঘোৰ মৰন;
ব্রাহ্মাণক কৰা দান পুজা কুমাৰিক
অন্ত কালে নিসংসয়ে জাবা স্বর্গলোক।
তুমি জদি আহি আচা দর্সন কাৰন
জনাওঁ তোমাক জিতো হব প্রয়োজন।
দেবিৰ কাৰণে বস্ত্র সিন্দুৰ আদি ভেঁটা,
পাপ খেমা হেতু দুআৰতে চাগ কাটা;
লোন আদি কৰি কিচু সুগন্ধি মচলা,
নৈবেদ্য কাৰনে চেনি চাউল আৰু কলা।
এই হেতু টকা পইচা জত দিব পাৰা,
ঘ্রিত কাষ্ঠ দিয়া কিচু জঁগ্য জাগ কৰা,
প্রধান পাণ্ডা সকলে পুজাক কৰিব,
পুজাৰি সবকো জানা লাগে টকা দিব;

মালিও দুঅৰি আদি অনেক লোককো
ধাৰা মতে পইচা বাপু লাগিব সবাকো;
থানে থানে আৰু জত দেখা দেৱালই,
দৰ্সন দখিনা আদি সিও সবে লই,
এই ৰুপে কৰিলে হই দেবি দৰসন,
মোক পাচে দিবা আপোনাৰ জেন মন;
তাৰ পাচে কুমাৰি সকলেও ধৰিব,
নিয়ম মতে তাসম্বাকো লাগে দিব।
নিজ হাতে কৰা জদি এই সব বই,
ধন হানি হব আৰু বহু দুখ হই;
এই হেতু বোলোঁ মই, মোৰ কথা ধৰা,
মোহোৰ হাতত দিয়া জি জি তুমি পাৰা;
কিচু কিচু ৰুপে মই সবাকো তুসিমো,
নিৰাপদে ভাল ৰুপে দৰ্সন কৰামো।
মোহোক জি দিবা তাক কাকো নু বুলিবা,
মুখ্য পাণ্ডা জদি সোধো, ইয়াকে কহিবা;
দুখি লোক মই আহি আচোঁ দৰ্সনত,
ধৰিলে নোআঁৰো দিব জদি বিধি মত;
দুটি এটি টকা মই ঠাকুৰক দিচোঁ,
কামাখ্যা দেবিৰ নামে জিহকে আনিচোঁ।

জতেক ব্ৰাহ্মন আচে কৰে এই মত,
প্ৰথমতে মিচা কথা কব দিএ তাত।
ধৰ্ম ফল ব্ৰিধি জিতো বুজাহা সকলে,
কেৱল ভাণ্ডনা কৰি টকা লই চলে।
জদি কোনো জাত্ৰি তাৰ মতে ন কৰই,
ঠগ কৰি তাক পাচে আপদে পেলাই।
মুখ্য পাণ্ডা সকলোতে গুপুতে জনাই,
বৰ ধনী লোক ইটো জানিবা নিচই।
জাত্ৰিক দেখিলে খোজে পুজা বহুতৰ,
দিব নোআৰিলে মেলি নি দিএ দুআৰ।
প্ৰথমে সন্মত হৈ দিলে তাৰ হাতে,



এক অংস বই সিতো কৰে দৰ্সনতে।
বাকি জত থাকে তাক নিজে নিজে লই
কোনো থানে মাত্ৰ এক পইচাৰ বই।
দৰ্সনৰ পাচে জাত্ৰি লৈ জাই ঘৰক,
বোলে, এতিয়া ভোজন কৰোআ কুমাৰিক;
আৰু দিয়া সিহঁতৰ কঁপালে সিন্দুৰ,
এহি ৰুপে ই থানৰ আচই দস্তুৰ;
ন কৰিলে তিৰ্থ ফল কদাচো নহই,
সত্য ভাৱে কলোঁ আমি, জানিবা নিচই;
জতেক কৰিলা বই সব হব ব্ৰেথা,
সেই কাৰনে কলোঁ মই এই সাৰ কথা।
বজাৰৰ মিঠৈ আদি একোকে নে খাব,
জি হেতুক তাক খালে জাতি নষ্ট হব।
তোমাৰ কাৰনে আমি নিজে কৰোঁ স্ৰম,
ধন দিলে কৰা যাব জেলেপি উতম।
এহি মত চল কৰি টকা খিনি লই,
চাউল গুৰি খুন্দি পিঠাক কৰই।
পাচ, সাত কুমাৰিক কৰে নিমন্ত্ৰন,
সুদিৰৰো কন্যা তাত কৰই ভোজন,
অলপ কৰি সিহঁতক কৰোআই ভোজন,
কঁপালতো দিএ ফোঁট সিন্দুৰ চন্দন;
তাৰ পাচে বোলে, সুনা বাপু জাত্ৰি লোক,
ভোজন দখিনা দিয়া ব্ৰাহ্মাণ কন্যাক।
এহি ৰুপে জত পাৰে সকলোকে লই,
কন্যাকো নি দিএ, কিন্তু আপুনি ৰাখই;
তাৰ পাচে জদি দেখে, আচে কিছু বাঁকি,
নানা মতে চল কৰি দিএ বৰ ফাঁকি।
তিৰ্থ থানে ৰাতি বাস কৰাহা ইথানে,
ত্ৰিৰাত্ৰি বাসৰ কথা আচই বিধানে।
বিনই বাক্যত জাত্ৰি সন্তোস কৰিয়া,
নিজ ঘৰে ৰাখে তাক বাস থান দিয়া।
ৰাতি হলে বোলে, তাক সুনা নিবেদন,

জদি মন থাকে ধৰা মোহোৰ বচন।
সর্ব কাজ সিধি হৈচে, আচে এক ভাই,
গোপনিয় কথা তোমাতেহে কহোঁ মই।
জদি ইচা থাকে বাপু কৰা তুমি তাক,
ন কৰিলে মন্দ, কিন্তু নাহি দিও হাক।
নু বুলিলে মোৰ পাপ হৈবেক নিচই,
এই হেতু কহো মই জেনে ইচা হই।
মদ, মাংস আদি কৰি সংখৰ সবদে,
নানা ফুল চন্দনাদি আৰু বেল পাতে;
তাহাক নি গুপ্ত ৰুপে এক ঘৰ মাজে,
ভক্তি ভাৱে কুমাৰিক জিবিলাকে পুজে;
তাহাতে কামাখ্যা দেবি হৰিস মনত,
জেন বৰ খোজে, তাক দিব সেই খেনত।
দেবিৰ প্রতিগ্যা বাক্য বিফল ন হই,
কাল ক্রমে হব সিধি জানিবা নিচই।
এহি ৰুপে বুধি চলে ভুলাই জাত্রিক,
এক ঘৰে ৰাখি থই দ্রব্য সকলক।
উপজুক্ত লোক চাই কন্যা পঠিয়াই,
জাত্রিক তাইৰ চৰনতে পুজাদি কৰই।
পূজা হলে তাৰ পাচে কৰে আৰু দান।
অৱসেসে মদ আদি কৰে দুয়ো পান।
মনে মনে দুয়ো জনে ঘৰৰ ভিতৰে
জেনে ইচা হই, তাক কৰিবাক পাৰে।
বামুনে বোলই, তাত নাহি কিচু দোস,
মন্দ কর্ম ন হই সিতো সক্তিৰ সন্তোস।
সমস্ত ৰাতিতে দুয়ো জনে বাস কৰে,
অন্য কোনো নাহি আহে ঘৰৰ ভিতৰে।
মদ পান হেতু কোনো জন মতোআল,
হলে তাত বিৰক্ত ন হই ব্রাহ্মন সকল।
জত দিন ইচা কৰে থাকিবাক পাৰে,
অর্থ ঢুকালেহে গলে ধৰি বাজ কৰে।
এহি ৰুপে হৰে ধন নাহি ধর্ম কর্ম



নাম মাত্র ধৰে বিপ্র, মিচা সব কর্ম।

জাত্রি সকলৰ কথা কৰিলা স্রৱন,
ব্রাহ্মণৰ কথা আৰু কৰোঁ নিবেদন।
বজাৰৰ চাউল আদি একোকে নে খাই,
বিধুতি বস্ত্রৰে ৰান্ধি ভোজন কৰই;
বাহিৰত গলে কৰে স্নান তেতিখ্যন,
সুদ্রৰ ঘৰত কোনো ন কৰে ভোজন;
হাবিৰ কাঠক আনি পানি চেটিয়াই,
বৰা কাচ আদি সহা সব ধৰি খাই;
গুই নামে সর্প আৰু বগলিকো খাই,
কুকুৰ দেখিলে সবে ৰাম ৰাম কই।
কামাখ্যাৰ বিবৰন আৰু বহু জানোঁ,
লিখিলে বাহুল্য হব, মনে এহি গুনোঁ।
এই ৰুপে নি লিখিহে ৰাখোঁ মই হাত,
জদি কোনো জনে সোধে, বুজাই দিমো তাত।
জি হেতু পুর্বৰ পৰা মই আচোঁ সুনি,
আৰু সদা গৈয়া তাত দেখিচো আপুনি।
গুআহাটি গুআলৰপৰা নাম এহি থান,
ভ্রমিলোঁ তাহাত মই চাৰি বচৰ্ মান।

আত পাচে নিবেদন সুনা সর্ব জন,
হয়গ্রিব মাধৱৰ বোলোঁ বিবৰন।
তাৰ পাচে সি থানৰ ব্রাহ্মন আচাৰ,
ইস্বৰেহে সক্তি দিলে কৰিমো প্রচাৰ।
নিজ বুধি গিয়ানে মই একোকে নোআৰোঁ,
কেৱল প্রভু খ্রিষ্টত ভাৰসা জি কৰোঁ।
তেঁৱে সর্বসক্তিমান জদি দিএ সক্তি,
বোবা কথা কব পাৰে তেঁওতে হলে ভক্তি;
খোৰাকে দিচিলে ভৰি অন্ধকো নয়ন,
হস্ত হিনে দিলে হস্ত ম্রিত্যুকো জিৱন;
ভুতে পোআ কুষ্ট ৰুগি আৰু জত জত,

আৰোগি কৰিলে প্ৰভু আপোন বাক্যত;
গোটা পাঁচ সাত পিঠা হাতে তুলি লৈয়া,
সহস্ৰ লোকক প্ৰভু দিচিলে বাঁটিয়া;
ত্ৰিপ্তি হৈল ভক্তগণ ভুঞ্জিয়া সকলে,
এনে চমত্কাৰ কৰ্ম্ম নাহি ভুমণ্ডলে।
সমুদ্ৰ ওপৰে খোঁজ কাৰ্হি পাৰ ভৈলে,
বাক্য মাত্ৰে সুৰ্জ্জ চন্দ্ৰ স্ৰজন কৰিলে;
জিৱ জন্তু, পসু, পখি সব স্ৰজিলন্ত,
ত্ৰিণ ব্ৰিখ্য আদি যত ইচাতে হৈলন্ত;
আকাস মণ্ডল জত তৰাগন আৰ,
কোনে বৰ্নিবাক পাৰে, জাৰ নাহি পাৰ।
সাম্প্ৰত প্ৰতিগ্যা প্ৰভু কৰিচে আপুনি,
বিস্বাসিলে স্বৰ্গ পাব, জানা সৰ্ব প্ৰানি।
দুআৰত চপৰিয়াই মাগে জেই বৰ,
অৱস্যে কৰিব সিধি য়িচু গুনাকাৰ।
এই হেতু দ্ৰিঢ় মনে কৰিচোঁ ভাৰসা,
ক্ৰিপা কৰি সম্পূৰ্ন কৰিব সৰ্ব আসা।

ন.ল.ফ.



# তিৰ্থৰ যাত্ৰা।

Wanderings of a Pilgrim - From the Bengali.

৭ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৫২।

৪ আধ্যা।

## হয়গ্ৰিৱ, মাধৱ আৰু কেদাৰনাথৰ বিবৰন।

পৱাৰ।

অচম দেসতে আচে হাজো নামে গ্ৰাম,
সেই থানতো মুৰ্তি এক হয়গ্ৰিৱ নাম;
পৰ্বতৰ ওপৰত তাহাৰ মন্দিৰ,
থাপনা কৰিচে, মুৰ্তি তাহাৰ ভিতৰে,
সদ্ৰিস্য জগনাথৰ তাহাৰ প্ৰতিমা,
দুয়ো হাত কটা তাৰ জানিবা উপমা।
সেৱা অৰ্থে বাস কৰে অনেক ব্ৰাহ্মান,
চলি ধন লই তাতো কামাখ্যাত জেন;
ইসবেও সেই ৰুপে পাণ্ডা নাম ধৰে।
কিন্তু সক্তি ভাৱে ইথানত নাহি কৰে।
কুমাৰিও অতি নাহি, নাহি চাগ কটা,
তাতোকৈ বৰ দুষ্ট আচে এক কথা;
বহু বেস্যা তিৰি আচে জাত্ৰি মন মোহে,
পাল ক্ৰমে নাচ কৰে দেৱ মুৰ্তি কোসে।
ঘৰ মাজে থাকি সদা স্বধৰ্ম আচৰে,
গ্ৰিহস্থৰ মতে সব গ্ৰিহ কাম কৰে;

বেস্যা কৰ্ম কৰিলে অসুচি নো বোলই,
জি হেতু ব্ৰাহ্মাণে সি সবৰ হাতে খাই;
সেই সব বিভিচাৰি দুষ্ট নাৰিগন
ব্ৰাহ্মণৰ পাশে থাকে সদা সৰ্বখ্যন;
ওলোটাই বান্ধে কেস, কৰে নানা ভেস,
নিতে গান কৰি নাচে অসেষ বিসেস।
সিহঁতৰ মাজে এক বাদ্যক থাকই,
তাকৃধিন্‌তাক্‌ তাকৃধিন্‌তাক্‌ কৰি ম্রিদং বজাই।
সিহঁতৰ নাচ কিচু কৰোঁ নিবেদন,
তাজি ঘোঁৰা লাফে লাফে চলই জেমন;
দেখিলে সি সব কথা আহে বৰ হাঁহি,
স্বৰূপতে নাৰিগণ দেখোঁতে ৰূপহি।
কি কৈমোহো জেন অলঙ্কাৰ তাসম্বাৰ,
মুৰ্খ লোকে নুবুজিব পণ্ডিতৰ ভাৰ;
জিকি মিকি কৰে বৰ দেখোঁতে সোভন,
সুললিত গান কৰে মোহে অতি মন;
সকলোকে জনাবলৈ কৰিলোঁ জতন,
এই হেতু লিখোঁ মই তাৰ এক গান।

গান।

আমাৰ চুতৰেৰ মাজে কোৰা দিয়া হানেৰে
গৌৰাঙ্গ,
জসোদা মা ৰানি বোলে গোপাল গৌৰা পৰেৰে
গৌৰাঙ্গ।

অৰ্থ।

মোৰ চিত মাজে বৰ্চা গৌৰাঙ্গ হানিচে,
জসোদা গোপাল বুলি বাগৰি পৰিচে।

পৱাৰ।

এহি মতে নিত্য গান কৰি ৰঙ্গ বৰ,
নিলাজ হৈয়া নাচে, নে লাগে ভাগৰ।



অপেস্বৰি বুলি কই ব্ৰাহ্মান সকলে,
হিন্দু সাস্ত্রে দেখুৱাই প্ৰমান্ বিচাৰিলে;
বোলে স্বৰ্গে আচে গন্ধৰ্বাদি নাৰিগন,
সিহঁতৰ উপমাহে জানিবা কাৰন।
জত জাত্ৰিগন জাই দৰ্সন কাৰনে,
পইচা হেতু টনা টানি কৰে বেস্যাগনে;
কেৱে হাত ধৰে টানি, কেৱে ধৰে কেস,
পইচা নি দিলে তাক দিএ বহু ক্লেস;
ব্ৰাহ্মাণৰ আগতে সি সব নাৰিগন
সৰিলৰ বস্ত্ৰ টানে পইচাৰ কাৰন।
এহি ৰূপে দুষ্ট নাৰি কৰে জোঁটা পোটা,
সভাৰ মাজত কাকো কৰে উলঙ্গটা;
দেখিচোঁ তিৰ্থৰ মাজে এহি দুৰাচাৰ,
আৰু বহু কৰ্ম কৰে তাৰ নাহি পাৰ।
জি সবে দৰ্সন কৰে, ব্ৰাহ্মানে বোলই,
শ্ৰীখেত্ৰ গমন ফল সেহি জনে পাই;
জগনাথ দৰ্সন কৰিলে হই ত্ৰান,
সেই হেতু নিতে জাই বহু জাত্ৰিগন।
এনে ৰূপে লোকে কই, জাত্ৰা কৰোঁ বলা,
কিন্তু মিচা কথা মাত্ৰ কাঠৰ পুতলা।
তাহাৰ ওচৰে আচে সিৱ কেদাৰনাথ,
বহু দুৰ নহই সি পোআ ক্ৰোচ পথ;
পৰ্বতৰ ওপৰত তাহাৰ মন্দিৰ,
ওচৰতে আচে তাৰ পুখুৰি গম্ভিৰ;
মন্দিৰ মাজতে সিৱ মুৰ্তি ৰাখে বেৰি,
সিৱৰ তুলনা কাচ ৰাখিচে পুখুৰি।
মহনা বুলিয়া তাক সকলে মাতই,
সেয়ে স্বয়ং সিৱ বুলি ব্ৰাহ্মানেও কই।
ইথানতো পুৰ্বমত আছে বেস্যা তিৰি,
ব্ৰাহ্মান সকলে ধন লই চল কৰি;
দৰ্সনৰ পুজা ভেটি অনেক দস্তুৰি,
জাত্ৰিৰ হাতৰ ধন লই বহু হৰি।

চাউল, কলা, ঘ্রিত, চেনি, উপহাৰ নানা,
সর্ব পাণ্ডাগনে লই ভোজন দখিনা;
তাৰ পাচে পুখুৰিলৈ নিএ জাত্রিগন,
চাগ কাটি ত্রিপুৰাৰি কৰাই ভোজন।
এহি মতে হৰে ধন, শুনা তাৰ ফন্দ,
আচৰ্জ্জ কৰম দেখাই লগাই বৰ ধন্দ;
বোলে, নিজ হাতে জদি খুআবা সিৱক,
তাৰ পুন্য ফলে পাচে জাবা স্বৰ্গ লোক।
চাগ নতু পাৰ জাত্রিগন হাতে দিয়া,
এটাহ্ পাৰি মাতে কাচ মহনা বুলিয়া।
সেহি ৰুপে সিকি আচে অনেক বচৰ,
লোভে বস হৈয়া আহে পুখুৰি ওপৰ;
ওপৰে উঠিয়া কাচ জন্তু আদি লই,
দেখিয়া অগ্যানি লোকে বিস্বাস কৰই।
ভোজন কৰোআ হলে ব্রাহ্মানে জাত্রিক,
বোলে, বহু দান কৰা ব্রাহ্মান লোকক;
কৰালা নিজ হাতেৰে সিৱক ভোজন,
তুমি বিনে পুন্যৱন্ত নাহি কোনো জন।

জাৰ হাতে নাহি খাই তাহাক বোলই,
বহু পাপ আচে তোৰ জানিবি নিচই;
সেই হেতু সিৱে নাহি খালে হাতে তোৰ,
নিজ ভাগ্য জান তই অমঙ্গল বৰ;
এই হেতু বোলোঁ আমি কৰিও গ্রহন,
কৰা দান আদি তুমি পুজিও ব্রাহ্মান;
আৰু কৰা জগ্য হোম সিৱৰ কাৰনে,
পাপ খেমা হব, পাচে খাবহি আপোনে।
দুয়ো পোনে লাভ লই ব্রাহ্মান সকলে,
তিৰ্থ জাত্রি লোকক পেলাই বহু ভুলে;
কি নো ধৰ্ম কৰ্ম মই একো নে দেখিলোঁ,
পইচাৰ সব্দ সদা কানতে সুনিলোঁ,
জি থানত জাঁও মই দেখোঁ এহি ৰিতি,



বিচাৰিয়া বুজা সবে কি নো ধৰ্ম নিতি?
দুই তিৰ্থে দুই জন সবাৰ ওপৰে,
অন্য পাণ্ডাগন জত তাৰ সেৱা কৰে;
বুলিয়া গোঁসাই তাসম্বাক কৰে মান,
সাসন কৰিয়া থাকে সবাতো প্রধান;
ৰজা ভাৱে সিবিলাকে কৰে বেৱহাৰ,
সঙ্গত আৰ্দলি চলে নিচান্ আদি তাৰ;
দেৱান মহৰি থাকে তাসম্বাৰ কাসে,
বিচাৰ কাৰনে জেন বহে চাৰি পাসে;
নিষ্ঠুৰ নিৰ্দ্দয়া অতি পৰধন হৰা,
তাহাৰ সমুখে থাকে এক হোকা ধৰা;
অহঙ্কাৰে পুৰ্ন সিতো, কথা নাহি সুনে,
স্তম্ভৰ সদ্রিস বহি থাকে সৰ্বখ্যনে।
জাত্রি লোকে কৰে তুতি, নো বোলে বচন,
আপোনাকে সদা ভাবে কৰি সৰ্বোতম।
গ্রিহ বাস কালে মই তথাতে গৈচিলোঁ,
দেখি পাণ্ডা সকলৰ চৰনে ধৰিলোঁ;
মোৰ সঙ্গে মাতামহি তিৰ্থত চলিল,
তাক দেখি মুখ্য পাণ্ডা আনন্দিত হৈল।
তিৰি লোক গলে পাই বহুতৰ ধন,
হৰিসিত ভৈলা পাণ্ডা সেহিসে কাৰন;
একোকে নে জানে অল্প তিৰি মতিগন,
ব্রাহ্মানৰ ক্রোধ ভয়ে কৰে অৰ্থ দান।
নে জাই ঘৰত তিৰি ন কৰি দৰ্সন,
ইহাক জানই মনে সেহি পাণ্ডাগন।
কত মতে বুজালোহোঁ নু সুনে বচন,
অৰ্থৰ কাৰনে লুভি হৈল সৰ্বজন;
এই হেতু ধৰিলোঁহো দুষ্টৰ চৰন,
তথাপিতো নে মানিলে মোহোৰ বচন;
আমাক বুলিলে বাক্য বিকট বদনে,
এক সত টকা লৈবো দৰ্সন কাৰনে;
জদি ইচা আচে, তেন্তে কৰিবা দৰ্সন,

নতু পুনৰপি ঘৰে কৰিও গমন।
সেসতে এৰৈছ টকা লৈলন্ত দুৰ্জ্জনে,
তেতিখ্যনে দিলে আগ্যা দৰ্সন কাৰনে।
সকলো জাত্ৰিৰ প্ৰতি কৰে এহি ৰিতি,
ধন নে পাইলে কথা নু সুনে দুৰ্মতি।
ৰাতি কালে নিতে নিতে সেহি সব নাৰি
পাল ক্ৰমে গোঁসাইৰ থাকে সেৱা কৰি।
লোকে বোলে কন্যাগনে পুজে চৰনত,
সেই হেতু থাকে ৰাতি গোঁসাইৰ থানত;
কিন্তু তাৰ ঘৰ মাজে দুই প্ৰানি বিনে,
সোমাব নোআৰে তাত অন্য কোনো জনে।
এহি সব দেখি আচোঁ আপোন চকুতে,
তাক বিবৰিব মই নোআৰোঁ লাজতে;
সংখেপ কৰিহে মই লিখিলোঁহো সাৰ,
এহি কথা সত্য ভাৱে কৰিলোঁ প্ৰচাৰ।
এনে দেৱ পুজাত ন হব কোনো ধৰ্ম,
এই হেতু তিয়াগ কৰি ভজা পুৰ্ন ব্ৰহ্ম।
অচম দেসৰ তিৰ্থ জেনে দেখিলোঁহো,
জতন কৰিয়া তাক মই লিখিলোঁহো।
বিচাৰিয়া দেখা সবে, এহি কেনে ধৰ্ম?
জি সকলে দেখি আচে, জানেতাৰ কৰ্ম।
মোৰ নিবেদন কথা মনত গুনিয়া,
নিজ নিজ গিয়ানে ভাই দেখাহা ভাবিয়া;
মিচা দেৱ দেবি, আৰু মিচা তিৰ্থ ফল,
আস্ৰই কৰিলে তাত হব অমঙ্গল;
এনে মিচা ভক্তিত নাহিকে পৰিত্ৰান,
কিন্তু তাত হ'ব সেসে বৰ অপমান।
এই হেতু ভ্ৰম এৰি হোআ গিয়ানৱন্ত,
চইতানৰ মায়াত ন হবা আৰু ভ্ৰান্ত।
কৰজোৰে বোলোঁ মই মিনতি কৰিয়া,
ভজা য়িচু খ্ৰিষ্ট পদ মনে বিস্বাসিয়া;
এৰা, এৰা, এৰা সবে মিচা দেৱগন,



পৰকালে উধাৰৰ কৰিও জতন;
ভাবি দেখা, আয়ুসৰ ক্ৰমে হৈচে সেস,
ন ভজিলে য়িচু খ্ৰিষ্ট হবা সৰ্বনাস;
স্বৰ্গ জাত্ৰা হেতু লোআ পথৰ সমল,
নতুবা পৰকালত হব অমঙ্গল;
স্বৰ্গপুৰে সাঁচি থোআা ধৰ্ম ৰূপ ধন,
অসাৰ বস্তুৰ প্ৰতি নি দিবাহে মন।
জি হেতু এই সকলো বস্তু নাস হব,
জি কালত প্ৰভু য়িচু জগতে আহিব;
জগতৰ সেস দিনে এক মহা দুত
ভয়ঙ্কৰ ভেঁৰি তেঁৱে বজাব অদ্ভুত।
তাহাতে সকলো ম্ৰিত্যু উঠি তেতিখ্যন,
নিজ নিজ আত্মা জুক্ত হব প্ৰতি জন ;
জগতৰ আদিৰ পৰা জত জত নৰ
সবে উঠি থিয় হব প্ৰভুৰ ওচৰ।
অগ্নিত্ৰ কৰিলে দগ্ধ, জন্তুতে মৰন,
মৈদামত থোআ, নতু জলতে মগন,
সকলো প্ৰকাৰে জেয়ে হৈচিলে সংহাৰ,
নিজ দেহ ধৰি উঠিবেক পুৰ্নবাৰ।
সুৰ্জ চন্দ্ৰ তৰাগন সব নষ্ট হব
প্ৰিথিবি কঁপিব , পাপি পৰ্বতে পলাব।
পাপ পুনু জেয়ে জি কৰিলে ইহলোক,
তাহাৰ উতৰ দিব সৰ্ব নৰ লোক;
দেখাতে বা গুপুততে মনৰ অন্তৰে
ৰাতি দিনে আদি কৰি জেনে চিন্তা কৰে;
প্ৰভুৰ দ্ৰিষ্টিত হৈচে সকলো প্ৰকাস,
সাস্ত্ৰে বোলে এহি কথা কৰিবা বিস্বাস;
জি হেতুক তেৱেঁ প্ৰভু সৰ্ব অন্তৰ্জামি,
মনৰো ভাবনা জানে জগত স্বামি।
সকলোৰে বিচাৰ কৰিব সেহি দিন,
উপযুক্ত প্ৰতিফল দিব সনাতন।
ইস্বৰে জাতিৰ কথা একো নু সুধিব,

সৰ্ব্ব কৰমৰ কথা মাত্র বিচাৰিব;
জাৰ পাপ, তাৰ সাপ হৈবেক হে ভাই,
সৰু, বৰ, বিপ্র, সুদ্র, একো ভেদ নাই।
দখিনতে ধৰমি সকলোকে ৰাখিব,
পাপি বাঁও হাতে ৰাখি এই ৰুপে কব;
আঁহা, মোৰ পিত্রিৰ প্ৰেমৰ পাত্ৰগন,
সুখ ভোগ কৰিওক স্বৰগৰ থান।
ধৰ্ম পথে চলি জত পাইচিলা ক্লেস,
তাৰ হেতু ভুঞ্জা সুখ অসেস বিসেস।
স্বৰ্গিয় দুতৰ সঙ্গে মন হ ৰিসিত
ভুঞ্জা সুখ পিন্ধি সদা অখই মুকুট।
এহি ৰুপে ধৰ্ম্মিগন স্বৰগত জাব,
তেওঁৰ সঙ্গে বাস কৰি আনন্দে থাকিব।
অনন্তৰে পাপিগন প্রতি ক্রোধ কৰি,
বুলিব সবাকো, অৰে দুষ্ট দুৰাচাৰি;
অনন্ত নৰক মাজে গৈয়া কৰ বাস,
জতে আচে চইতান, আৰু তাৰ দাস।
এহি মতে সিহঁতকো নৰ্কত পঠাব,
ঘোৰ অন্ধকাৰ মাজে জাতনা ভুঞ্জিব।
সেহি দিনে পাপিগন ন হব উধাৰ,
কেৱল নৰক সাস্তি হব হাহাকাৰ।
নে চাব কাহৰো মুখ, দায়া ন কৰিব
সত্য ৰুপে সকলোৰে বিচাৰ কৰিব।
এই হেতু বোলোঁ মই, মোৰ বাক্য ধৰা,
ভজি য়িচু খ্রিষ্ট পদ পাপ সিন্ধু তৰা;
সংসাৰৰ সুখ ভোগে ন কৰিবা মন,
আৰু নে সঁচিবা তুমি বহুতৰ ধন;
জিৱনৰ কালত ইস্বৰ সেৱা কৰা,
সকলো ভাৱত সদা সুকৰ্ম আচৰা;
পৰ তিৰি, পৰ ধন নক কৰা হ ৰণ,
মিচা কথা নকহিবা কাহাৰো কাৰণ;
নিজ পিত্রি মাত্রি জানি কৰা সমাদ ৰ,



অকাৰনে নবধিবা জিৱ মানুহৰ;
নিৰৰ্থক ন লয়োক ইস্বৰৰ নাম,
সপ্তম দিনক স্মৰি কৰিবা বিস্রাম;
ইস্বৰৰ বিনে তুমি কাকো নে মানিবা,
স্বৰ্গে মৰ্ত্যে কাৰো পুতলাক নু পুজিবা;
আপোনাৰ দৰে প্ৰেম কৰা সৰ্বজন,
ইস্বৰ বুলিয়া নে মানিবা দেৱগণ;
তিয়াগ কৰা কাম, ক্রোধ আৰু অহঙ্কাৰ,
সাস্ত্রে বোলে ইস্বৰৰ আগ্যা এহি সাৰ।
পুনৰ জনম হব লাগে সকলোৰে,
পিত্রি, পুত্র, ধৰ্ম্মাত্মা, এই তিনিৰো গুনেৰে;
সি ন হলে মন সুধ কদাচো ন হই,
জত পুন্য আৰ্জে সব হব পাপমই।
পুনৰ জনম পালে সুধ হই মন,
তাহাতে সোমাব ধৰ্ম আত্মাৰ কিৰন;
তাৰ পৰা হব আৰু গিয়ানৰ উদই ,
পাপ, পুন্য, সকলো জানিব সমুদাই;
তেওঁৰ শক্তি বলে পাপ দমন কৰিব,
তিয়াগ কৰি পাপ, ধৰ্ম পথতে চলিব;
মনৰ ভিতৰে হব ভক্তিৰ উদই,
তহাত জন্মিব পাপ কৰমত ভই।
এহি ৰুপে কৰ্ম হলে, হই পৰিত্রান,
তেহে মৰনৰ পাচে পাবা স্বৰ্গ থান।
কৰজোৰে কলোঁ মই, বিনই কৰিয়া
সবে মানা মোৰ সত্য বচন সুনিয়া;
খ্রিষ্ট বিনে কোনো থানে নাহিকে উপাই,
তেঁৱেহে পাপিৰ নাথ জানিবা সবাই।
তেৱে অতি দায়াতুৰ পাপিৰ কাৰন
সেই হেতু কৰে দান আপানাৰ প্রান।

ন.ল.ফ.

# ৰঙ্গপুৰ নগৰৰ বনন।

## Poetical Description of Rongpur

৮ বচৰ। নম্বৰ ১ । জানুআৰি, ১৮৫৩ ।

সবাৰো আগত মই কৰোঁ নিবেদন,
নিন্দা ন কৰিবা সুনি মোহোৰ বচন;
মন দিয়া শুনা সবে বচন আমাৰ,
ৰংপুৰ নগৰ কথা কৰিবো প্ৰচাৰ।
ওপৰৰ পৰা আহি আচাম নিপবৰ,
সি সবেও ভাল মতে সাজিলন্ত ঘৰ;
ৰংপুৰ নামে আচে নগৰ বিচখ্যন,
জাত প্ৰজাগনে খানি পাইচে বহু ধন।
কি কৰিবো আমি সবে তাহাৰ বৰ্নন,
বৰ বৰ পকি ঘৰ কৰিলে নিৰ্মান;
ৰজাৰ নিবাস ঘৰ অতি বিচখ্যন,
তাহাৰ ভিতৰে সুনি মেঘৰ গৰ্জন।
তলাতল ঘৰ সিতো অতি ভয়ঙ্কৰ,
দেখিলে মাত্ৰকে মন মোহই নৰৰ;
তাহাৰ ভিতৰে দেখি বৰ অন্ধিয়াৰি,
পসিলে তাহাত জানা ওলাব নোআৰি।
এতিয়া হৈলন্ত তাত বহুত জংঘল,
তথাপিতো চালে চকু কৰে জলমল।
আৰু এক গোটা আচে ৰঙ্গ ঘৰ নামে
তাত ৰঙ্গ কৰে পাত্ৰ মন্ত্ৰি ৰজা সমে;
তাৰ মাজে কোঠা কোঠা দেখিতে সুন্দৰ,
সি কাৰনে তাৰ নাম বোলে ৰঙ্গ ঘৰ
এক গোট দল আচে দেখিতে সুন্দৰ,
দুৰ হন্তে দেখি তাক অতি ভয়ঙ্কৰ ;



তাহাৰ ৰূপৰ আৰু নাহিকে উপমা,
ৰজা সমনিতে তাত খেলই ফাকুআ।
আৰু পকি ঘৰ দল আচই জতেক,
আমি মুৰ্খে তাৰ কথা কহিবো কতেক।
আচাম ৰজাই তাক নগৰ বোলই,
সি সবক ইংৰাজিএ জিলা নাম কই।

আৰু কিচু কহোঁ মই জিলা বিবৰন,
অল্প মন দিয়া সুনা তাহাৰ বৰ্নন।
তথাতে আচই এক দল বিচখ্যন,
দুৰ হৈতে দেখি জেন পৰ্বত সমান।
এক সত হস্ত মানে উস্রিত হৱই,
সোনাৰ কলচি এক ওপৰে আচই;
এক প্ৰহৰৰ পৰা তাক দেখা জাই,
জল মল কৰি সিতো কলচি জলই।
সিৱ নামে এক মূৰ্তি তাহাৰ ভিতৰে,
ব্ৰাম্মন সকলে তাত নিতে পূজা কৰে।
তাহাৰ বাৰত মুৰ্তি আচই বিস্তৰ,
হাত ভৰি নাক কান দেখিতে সুন্দৰ।
তাৰ পুবে আচে এক বিষ্ণুৰ মন্দিৰ,
পচিমতো দেবি দল দেখিতে সুন্দৰ।
পুখুৰি আচই তাত বিস্তৰ বহল,
তাহাৰ চাৰিও পাৰে সাজে বহু ঘৰ।
তাৰ মাজে ৰাজ হংস বহুত চৰই,
দেখিলে সবাৰো মনে সন্তোষ মিলই।
পুবৰ পাৰত তাৰ পল্টন আচই,
দখিনে পচিমে চাহাবানে ঘৰ লই;
সি সব ঘৰক জিতো কৰিলে নিৰ্মান,
বৰ বুধিমন্ত সিতো ইংৰাজি সমান।
খেলত চেটিয়া মই আহোম কুলত,
সততে বসতি কৰোঁ সিৱসাগৰত;
মই অল্প মতি দোস কৰিও মৰ্সন,
দয়াৰামে পদ ৰচি কৰোঁ নিবেদন।

# চাপাখানাৰ বিবৰন।

Description of the Printing Office.

৮ বচৰ। নম্বৰ ২। ফেবৰুআৰি, ১৮৫৩।

মাহে মাহে অৰুনোদই জেনে মতে পাই,
তাৰ বিবৰন লিখোঁ জন্ত্ৰ সব চাই;
বহু বহু লোক আচে দেখিতে নে পাই,
অচম দেসত জানা এনে জন্ত্ৰ নাই।
এক গোটা পকি ঘৰ ইটাৰে কৰিচে,
ঠায়ে ঠায়ে বহু জন্ত্ৰ তাহাতে থাপিচে;
কোঁঠালি কোঁঠালি তাক দেখিবাক ভাল,
আৰ্চিৰ দুআৰ তাত দিচে চাৰি ফাল।
তাহাৰ ভিতৰে জন্ত্ৰ জতেক আচেই,
আদি অন্ত নাহি তাৰ কত কৰ্ম হই,
আখৰ ঢলোআ জন্ত্ৰ অতি আচৰিত;
তাহাৰ ভিতৰে হই আখৰ তুৰিত।
কেইচ নামে এক চাঙ্গ সাজিচে কাঠৰ,
খোঁটালি খোঁটালি ঘৰ তাহাৰ ওপৰ,
আদি অন্ত নাহি জত আখৰ আচই;
খোঁটালিৰ মাজে সব ভৰিয়া ৰাখই।
নানা দেসে নানা বাত্ৰা জত জত পাই,
ডাকেৰে সি সব কথা ইথানে পঠাই ;
মাচুলক দিয়া পাচে তাহাক আনই,
জিতো কথা অতি ভাল তাহাক লিখই।
তাত জত কথা থাকে কম্পোচ কৰই,
মিচা কথা তাৰ মধ্যে কিচু নে লেখই,



ওপৰে কাগজ দিয়া আখৰ চাপই ;
চাহাবক দিএ নিয়া তাহাক পৰ্হই।
পৰ্হি সুনি পাই তাত জতেক অসুধ,
কৰেক্ত কৰিয়া পাচে তাক কৰে সুধ;
এই মতে হলে পাচে ফমক বান্ধই,
হজুৰ হুকুম মতে তাহাক চাপই,
দুই খান সাল আচে সমস্তে লোহাৰ,
আৰু ভালেমান জন্ত্ৰ মাজত তাহাৰ;
তাহাৰ ওপৰে নিয়া আখৰক থই,
ৰুলত কালিক আনি ওপৰে ঘঁহই।
ওপৰে কাগজ দিয়া কলক ঘুৰাই,
দুই পাকে গৈই তাৰ ভিতৰে সোমাই
এক চেপা দিলে তাত আখৰ বহই,
এক নিমিসতে চাৰি পাঁচ খন হই।
দুই এক দিনে জাক লিখিতে নোআৰে,
সি সব আখৰ জানা একে বাৰে পাৰে;
দুই পিঠি ভিন কথা জানিবা নিচই,
সেই হেতু দুই বাৰ পুনৰ চাপই ;
কাগজ চৌবিচ পাত দিস্তাতে থাকই,
তেনে এক কুৰি দিস্তা দিনতে চাপই;
অৰুনউদই মধ্যে নক্চা জত আচে,
দিনে দিনে চাৰিজনে তাহাক কাটিচে।
পাঁচ চই দিনে তাক তৈয়াৰ কৰই,
দুই এক বাৰ বিনে আৰু নি দিয়ই।
এহি ঘৰে কৰ্ম কাৰি প্ৰাই ত্ৰিচ জন,
আগ্যা অনুসাৰে সব কৰ্মক সাধন;
সবাৰ ওপৰে আচে এক অধিপতি,
জত কাম কৰে মানে তেঁওৰ অনুমতি ;
তাহাৰ ভিতৰে কাম কৰে জন জন,
লিখিব পৰ্হিব পাৰে আনন্দিত মন।
ইস্বৰৰ অনুগ্ৰহ পাই নিৰন্তৰ,
বয়সে সমান সব দেখিতে সুন্দৰ,

ধন্য ধন্য ইংৰাজিহে বুধিমান হই,
দেৱৰ নির্মান কর্ম মানুহে কৰই।
আগে ৰজা গনে কৰে বহু প্রজা পাই,
জত কর্ম ইংৰাতিএ কলেৰে চলাই ;
জিতো কাম বহু লোকে কৰিতে নোআৰে,
কল হেতু দুই তিনিজনে তাক কৰে।
অগাধ সাগৰে অবিলম্বে হই পাৰ,
সি সব কৰম দেখি অতি চমত্কাৰ,
সত্য শুনে ইস্বৰৰ দায়া আচে পাই,
দেখা কেনে পুত্ৰৱন্ত প্রজাক পালই।
আমি সবে তাৰ কথা কি কহিব আৰ,
বুধিমন্ত জনে অন্ত নে পাৱন্ত জাৰ ;
পাঠক পণ্ডিত সমে লোকে দেখিয়োক ,
কথা জদি মিচা হই নিন্দিবা মোহোক।
ঘণ্টা এক আচে সিতো ঘৰ ওপ্ৰতে ;
নিতে নিতে বাদ্য কৰে প্রত্যেক ঘণ্টাতে,
এক প্রহৰৰ পথ তাৰ সব্দ জাই,
নিকটে থাকিতে কর্ন তাল মাৰে ভাই ;
সেহি ঘণ্টা আনি আচে ভাটি দেস হৈতে,
চাৰি পাঁচ জনে মাত্র পাৰই লাৰিতে ;
ইংৰাজিৰ কিনো কর্ম দেখিয়োক ভাই
অচম দেসতো এনেকুৱা জন্ত্র নাই।
কোন বিধি কৰি দিলে জন্ত্র নিৰুপন,
কোনে কহি অন্ত পাব তাহাৰ কথন ;
ধন্য, ধন্য ইঙ্গৰাজ কিনো বুধিমন্ত,
কোনো কালে এই মত ৰজা নহৱন্ত।
মোৰ জানা নিজ গ্রাম উতৰ পাৰত,
জন্ম ধৰি আচোঁ, মই আহোম কুলত ;
মই অল্পমতি নৰ, দোস ন ধৰিবা,
জি সব অসুধ দেখা সমস্তো খেমিবা ;
আত পৰে আন কথা নে পালোঁ ভাবিয়া
সংখেপে ৰচিলোঁ মাত্র দয়াৰাম চেটিয়া।



# গুআহাটিৰ বিবৰণ।

Description of Gowahati,

৮ বচৰ। নম্বৰ ৬। জুন, ১৮৫৩।

সবাৰ চৰনে মই কৰি নমস্কাৰ,
গুআহাটি নগৰ কথা কৰিবো প্রচাৰ ;
মেৰ পদ সুনি সবে দোস ন ধৰিবা,
অৱহেলা ন কৰিয়া কিঞ্চিত সুনিবা।
পুৰ্বে ৰজা আচিলন্ত নৰ নাৰায়ন,
ইন্দ্র বংশি ৰজা আহি কৰি আক্রমন ।
বৰ ফুকন্ আদি কৰি বিসয়া পাতিয়া,
গৰগাঁৱতে ৰহিলন্ত নগৰ কৰিয়া।
তাৰ পাচে সুনা, সবে জেন কথা ভৈলা,
বদনচন্দ্র নামে বৰ ফুকন এক হৈলা ;
বুৰ গোঁহাই সহিতে কন্দল কৰিয়া
মান দেসে পলাই গৈলা নগৰ চাৰিয়া ;
কতো দিন থাকি মান চিপাহি আনিলা,
মনে আহি নগৰক উচান কৰিলা।
সেহি দিন ধৰি অচমৰ দিন গৈলা,
মানক খেদিয়া কম্পানিৰ দেস ভৈলা,
সন্তোস পাইয়া পাচে জত চাহাবান;
বৰ বৰ পকিঘৰ কৰিলা নির্মান।
কৰিলা কচাৰি ঘৰ অতি ভয়ঙ্কৰ।
অচমিয়া লোকে জাক বোলে দোপদৰ ;
পর্বত সমান ঘৰ দেখি লাগে ভই,
ওচৰত ব্ৰহ্মাপুত্ৰ নদিও বহই ;

ভিতৰ সেমালে গাৱে বায়ু লাগে ভাই ;
কতো কতো লোক সব পৰি নিদ্রা জাই।
কোঁঠালি কোঁঠালি চাঙ্গ কাঠৰ সাজিয়া,
চতৰঞ্চি দলিচা তাত থইচে পাৰিয়া ;
ওপৰত পংখা সব আৰিয়া আচই,
কাকতি বহিয়া তাত কাকত লিখই।
সবাৰ মধ্যত এক দিব্য চাঙ্গ আচে ;
ওপৰত চন্দ্রতাপ প্রকাস কৰিচে।
কালকটৰি চৰাচৰি ফৌজদাৰি দেআনি,
তাহাৰ মাজত চাহাব বহই আপুনি ;
মাচিয়াত বহি থাকে দেখিতে সুন্দৰ
পদুম চকাৰ জেন চৌপাসে কেসৰ।
কচাৰিৰ পচিমত খাজনাৰ ঘৰ,
কম্পানি খাজনা থাকে তাহাৰ ভিতৰ ;
দিনে ৰাতি চিপাহিৰ পহৰা আচই,
নিতে নিতে চাহাব আহি তবিল গনই।
তাহাৰ পুবতে কমিস্যনৰ কচাৰি,
সনিকটে আছে এক দিঘলি পুখুৰি,
ইটাৰে নির্মান ঘৰ অতি বিতোপন,
আর্চিৰ দুআৰ সব কৰিচে সোভন ;
কোঁঠালি কোঁঠালি চাঙ্গ বহুত আচই,
কেৰানি সকলে বহি ইংৰাজি লিখই ;
ৰিবন্যু কমিস্যনৰি দুই চিৰস্তাৰ নাম,
আমলা সকলে তাত কৰি থাকে কাম
তাহাৰ মধ্যতে এক ওখ চাঙ্গ আচে,
বিচিত্র মাচিয়া মেজ পাৰিয়া ৰাখিচে।
ওপৰত চন্দ্রতাপ প্রকাস কৰই,
চাহাবে বহিয়া তাত গোচৰ সোধই ;
ডিপুটি কমিস্যনৰ তেওঁৰ প্রতিনিধি,
সমুখে বহিয়া তেঁৱো কার্জ কৰে সিধি।
তাৰ দখিনত আচে চিপাহি পল্টন,
সেনাপতি গৈয়া কৰে আখৰা সঘন।



সবাৰ মাজত সোভে এক গির্জাৰ ঘৰ,
দলৰ আকাৰ দেখি অতি ভয়ঙ্কৰ,
ওপৰত চাই আচে বগিতাম পাত।
ওখই আন্দাজ তাৰ হব ত্রিচ হাত ;
আৰু আঠ সৰু দৌল তাত প্রকাসই,
সমুখতে বাট ঘৰ এগোটা আচই।
আর্চিৰ দুআৰ সব জল মল কৰে,
চাহিবাক নোআৰি চকুত চাট মাৰে,
বৰ বৰ পাটি ভিতৰত পাৰি দিচে,
সাৰি সাৰি চকি সব পাৰিয়া ৰাখিচে,
ওপৰত চন্দ্রতাপ অধিক জলই,
কাপৰৰ পঙ্খ সব আৰিয়া আচই ;
পুবৰ মুধৰ ফালে ভেটিটো ইটাৰ,
কাঠৰ কুন্দুআ বেৰা অতি চমৎকাৰ,
ভেটিৰ ওপৰে অতি বহল মেজত,
বাইবল কিতাপ থৈচে তাৰ ওপৰত ;
ইংৰাজি বাজনা আচে আ পুনি বাজই,
প্রতিদিনে এই ৰুপে গিৰিজা কৰই।
এবে সুনা আৰু কিচু কহোঁ বিবৰণ,
নগৰৰ মাজত বজাৰ চাৰিখন ;
পুবে চক বজাৰ, পচিমে দলঙ্গ পাৰ
দখিনে আচই এক পল্টন বজাৰ।
মাজত ফাঁচি বজাৰ আচে একখান,
তিনিও বজাৰে জাৰ ন হই সমান ;
বজাৰৰ মধ্যত ডাঙ্গৰ পঞ্চ ঘৰ,
ইটাই নির্মিচে ভেটি দেখিতে সুন্দৰ।
বজাৰ চৌধাৰি বুলি বিসয়া আচই।
অচমিয়া লোকে জাক হাট্‌খোআ বোলই।
চাৰি কোখে আলি সব ন জাই বর্ননা,
বজাৰ নিকটে আচে কম্পানিৰ থানা ;
বাট চাৰিওফালে কেঁয়া পতি আচে,
মহা সুখে প্রজা সবে বিকিচে কিনিচে।

দুই তিনি শত লোক প্ৰতিদিনে হই ;
চোৰ দুষ্ট দগাবাজ কেহো ন কৰই।
পুবে লতাসিল ফাৰি; পচিমে দলঙ্গ পাৰ,
পদুলি পদুলি ৰাতি ফুৰে চৌকিদাৰ ;
বজাৰৰ মধ্যে জদি হুৰা মুৰা হই,
চৌধাৰিএ নিয়া তাক থানাত দিয়ই।
হাস্পিটাল নামে ঘৰ এগোটা আচই,
অচমিয়া লোকে জাক বেজ ঘৰ কই।
দুখি নিৰাশ্ৰই লোক পৰিলে নৰিয়া,
দেখি বৰ্কান্দাজ লোকে লৈ জাই ধৰিয়া ;
সেই ঘৰে বেজ সবে ঔষধক দিএ,
কতো কতো মৰি জাই কতো লোক জিএ ;
থানাৰ নিকটে বৰ ফাটক আচই,
ইটাৰ চৌদিগে গৰ দেখি লাগে ভই।
জিতো লোকে চোৰ খুন ডকাইতি কৰিচে,
ভৰিত জিজিৰি পিন্ধি মাটিক কাটিচে।
নগৰ উতৰ ফালে চাহাবৰ ঘৰ,
থানে থানে পকি ঘৰ আচই বিস্তৰ,
নগৰ পচিম ফালে ভৰলু নদি আচে,
কাঠৰ পাতেৰে তাত দলঙ্গ বান্ধিচে।
দলৰ আকাৰ দুয়ো পাৰে চাৰি খুঁটা,
ইটাই নিৰ্মিয়া তাত দিচে এক ফুটা,
ফুটাৰ মাজতে লোহা জিজিৰি লগাই,
দুয়ো পাৰে খুঁটা মাৰি দিয়াচে পোতাই,
তাৰ মাজে লোহাৰ ধৰনি সব দিচে,
তলে ঢাম খুআইয়া দলঙ্গ বান্ধিচে ;
ঘোঁৰ গৰু গলে খোজ তাত নৰলই,
দুয়ো ফালে চুটি বেৰা একো ন পৰই ;
দুয়ো পাৰে সম তাৰ নাই বেচি কমি,
আলাসতে আচে জেন বাদুলি ওলমি।
কচাৰি ওচৰে দুই স্কুল আচই,
অচমিয়া লোকে জাক বোলে বিদ্যালই ;



কম্পানি মহিনা দিয়া পণ্ডিত ৰখিচে,
পৰ উপকাৰ কৰি লৰাক পৰ্হাইচে।
মঠ মন্দিৰৰ পকি আচই জতেক,
মই মুৰ্খে তাৰ কথা বৰ্নিবো কতেক।
এতেকে ধৰ্ম্মিষ্ঠ নাহি ইংৰাজি সমান,
পৰৰ কাৰনে কোনে কৰে এত মান।
জথা সাধ্য পদ মই কৰিলো ৰচনা,
নিন্দা ন কৰিবা সুনি জত বিগ্য জনা ;
অতি মুৰ্খ সিসু জানি দোসক খেমিবা,
আপোনাৰ গুনে সবে সন্তোস লভিবা।
কুঁৱই গঁয়া খেল বুৰা গাহঁাই বংসৰ,
এই নগৰৰ মধ্যে দলঙ্গ পাৰে ঘৰ
প্ৰকাৰেই বুজিও কুলৰ পৰিচই,
ধৰ্মকান্ত গোহাঁই এই নিবেদন কই।

# জাত্ৰা কৰা কথা ।

## A Missionary Journal.

৯ বচৰ। নম্বৰ ১। জানুআৰি, ১৮৫৪।

গুআহাটি নৱেম্বৰ ১৮ তাৰিখে তেজপুৰলৈ জাবৰ কাৰনে নাৱত উঠি উজাই আহি বৰ চাহাবৰ খাত পালত, নাৱৰিয়াবিলাকে ভাত খাবলৈ নাও চপালে। মই খাতৰ বঙ্গলাত ভোটৰ ৰজা আচে বুলি জানি, তেওঁক চাবলৈ তালৈ গৈ তেওঁক চিঠি লিখি বহি থকা পালোঁ। তেওঁ হলে এক বচৰ আগেএ আপোনাৰ দেসত কিবা দাই কৰি দণ্ড পাম বুলি ভই লাগি, তাৰ পৰা পলাই আহি কম্পানিৰ দেসত আস্ৰই ললেহি। পাচে ভোটৰ জি প্ৰধান ৰজা লাচা নগৰত থাকে, তেওঁক ধৰিবলৈ ৫০০ মান চুটিয়া সৈন্যক পঠালে কিন্তু সিহঁতে পৰ্ব্বতৰ পৰা নামি আহি গেৰাজৰ দুআৰ মুখত কম্পানিৰ সৈন্যবিলাক দেখি ভই কৰি উভতি গুচি গল। কিন্তু পলাই অহা ৰজাই পুনৰাই আপোনাৰ দেসত জাবলৈ এতিয়ালৈকে সাহ নে পালে, প্ৰাই এক বচৰ গুআহাটিতে থাকিল। মই তেওঁৰ লগত কিচুমান কথা বতৰা হৈ বিদাই লৈ, পুনৰাই নাৱলৈ আহিলোঁ। সেই দিন তাৰ পৰা আহি গধুলি কুঁৰুআত ৰলোঁহি। তাতে এটা বৰ নামঘৰ আৰু অনেক লোকো থাকে। সেইবিলাকৰ আগত আমাৰ ত্ৰান কৰ্তা প্ৰভুৰ কথা বুজাবলৈ জাবৰ মোৰ বৰ ইচা আচিল, কিন্তু বালি সৰহ আৰু ৰাতিও হল, এই কাৰনে জাব নোআৰিলোঁ। ইয়াৰ পাচ দিন বৰাগি নামে এখান গাঁও পাই গধুলি তাতে থাকিলোঁ। কিন্তু সেই ৰাতিতে জাৰে বৰ টানকৈ ধৰিলে, প্ৰাই সৰিল ৰখ্যা কৰিব নোআৰোঁ হেন দেখি মোৰ মনতে ভাবিলোঁ, এই দেসৰ জাৰ সহিবলৈ ইমান টান হই জদি, তেন্তে উতৰ ফালে হিম দেসত থকা লোকবিলাকে কেনেকৈ এনে জাৰৰ পৰা ৰখ্যা পাব?

ৰাতিপুআ দেওবাৰ হল, আৰু ইস্বৰৰ চাৰি আগ্যাৰ দৰে বিস্ৰাম কৰিলোঁ। পাচে ভাত পানি খাই বামত উঠি এটা নাম ঘৰলৈ গৈ, তাতে অনেক লোকবিাকৰ লগত আমাৰ ত্ৰান কৰ্তা প্ৰভুৰ বিসয়ে কিছুমান কথা বাত্ৰা হলোঁ। কিন্তু সিহঁতে মোত কলে, বোলে, আমি বৰ গৰিব, আৰু একো নে জানোঁ, তেতিয়া ই সিহঁতত সুধিলোঁ, পৰলোকত তোমালোকৰ পৰিত্ৰান হব নে? তেতিয়া সিহঁতে কলে, তাক আমি কেনেকৈ কম?



মই কলোঁ, তোমালোকৰ সেস গতি জদি ঠিকনা নাই, তেন্তে সকলো সংসই হৈ থাকিচে, আৰু তোমালাক নিচই দুখিয়া হই বুলি জানিচা। আৰু সুধিলো, তোমালাকে নো কাক চিন্তা কৰিচা? সিবিলাকে বোলে, পৰম ইস্বৰক। মই কলোঁ, সেয়ে হলে ভাল, পৰম ইস্বৰক চিন্তিবৰ উচিত; তেন্তে তেওঁ তোমালাকৰ চিন্তা গ্ৰহন কৰিচে নে, নাই কৰা ইয়াৰ কোনো প্ৰমান পাইচা নে? সিহঁতে কলে, তেওঁ গ্ৰহন কৰিচে বুলি আমি আসা কৰিচোঁ, তথাপি তাৰ একো প্ৰমান এতিয়ালৈকে দেখা ন গল, আমাৰ দুখ গুচা নাই, আৰু পাপি স্বভাও গুচা নাই। তাতে মই কলোঁ, বন্ধুসকল, তেনেহলে মই জানিচোঁ, তোমালোকৰ প্ৰাৰ্থনা ইস্বৰে সুনা নাই; সুনা হলে তোমালোকৰ পাপৰ ভাৰ গুচাৰ প্ৰমান পালাহেঁতেন। বাৰু, তোমালোকৰ জদি কোনো চাহাবত কিবা কথা সুধি সুধি থকাত, তেওঁ বিমুখ হৈ একো উতৰ নি দিএ, তেন্তে কি বুলিবা? চাহাবে বেজাৰ পাই আমাৰ কথা নু সুনে, এনেকৈ বুলিবা ন হই নে? সেই ৰূপে তোমালাকেও দিনে দিনে অনেক বচৰৰ পৰা ইস্বৰৰ নাম ভজিলা, তথাপি এতিয়ালৈকে এটি পাপ খেমা হল বুলি কব নোআৰো, আৰু তাৰ একো প্ৰমান নাই। পৰম ইস্বৰে নিচই বেজাৰ হৈ তোমালোকৰ পাপ পৰ্ব্বতৰ সমান ডাঙ্গৰ হোআত তেঁও অহিত হৈচে, তেনেহলে আমি কি কৰিম? মই উতৰ দি কলোঁ, প্ৰাচিত হব লাগে, প্ৰাচিত নহলে ন হই, তাত বাজে আৰু উপাই নাই। সিহঁতে সুধিলে, কি নো প্ৰাচিত হব লাগে? মই কলোঁ, কোনো মানুহে জদি এস ৰূপ ধাৰ কৰে, তেন্তে তাক সুজিবলৈ এস ৰূপ লাগে, তাতকৈ কম হলে ধাৰ মাৰিব নোআৰে। সেই ৰূপে পাপৰ বেচ দুখ, আৰু জিমান পাপ থাকে, তাৰ প্ৰাচিতৰ নিমিতে সেই মান দুখ লাগে, সিহঁতে বুলিলে, অহ, এনে কথা বৰ আচৰ্জ, আমাৰ পাপ অসিমা, আৰু এইমান দুখ কোনে সবিব পাৰে? মানুহবিলাকৰ মাজত কোনেও ভুঞ্জিব নোআৰে বুলি কলোঁ, আৰু ইস্বৰে উপাই নি দিলে আমি সকলো অনন্ত কাল নৰক জাতনা ভুঞ্জিলোঁহেঁতেনে। সিহঁতে সুধিলে, ইস্বৰে নো কি উপাই কৰিলে, তাক আমি সুনা নাই। মই কলোঁ, হাই হাই, এনে সুভ বাত্ৰা তোমালোকৰ কানত ন পৰিলে নে? মই হলে তাক নু সুনিলে একো আসা নো হোআকৈ এতিয়ালৈকে এন্ধাৰতে ফুৰি থাকিলোঁহেঁতেন। পাপৰ পৰা উধাৰিবলৈ মানুহবিলাকৰ মাজত উপাই নাই দেখি, পৰম ইস্বৰে অনুগ্ৰহ কৰি আপোনাৰ পুত্ৰক এই প্ৰিথিবিলৈ পঠালে, তেওঁ আমাৰ সকলোৰে পাপৰ ভাৰ লৈ আমাৰ সলনি হৈ, পেৰেঙ্গনিত আপোনাৰ প্ৰান তিয়াগ কৰিলে। তেওঁ সামান্য ৰূপে মৰিল, এনে ন হই অসিমা দুখ খাইহে মৰিল, এই কাৰনে তেওঁৰ মৰনত পাপি লোকৰ জামিন হোআ হেন দেখা গল। আৰু এনে প্ৰাচিতত পৰম ইস্বৰো সন্তুষ্ট হ'ল, আৰু তেওঁৰ দোআবাই আমাৰ প্ৰাৰ্থনাও সুনিব বুলি আমি ঠিককৈ জানিচোঁ। তথাপি প্ৰাৰ্তনা কৰোঁতে তেওঁৰ পুত্ৰৰ নাম সদাই লব লাগে, ন ইস্বৰে সন্তুষ্ট হওক চাৰি বিতুষ্টহে হব; কিয়নো আপোনাৰ পুত্ৰত বিস্বাস কৰিবলৈ সেই নাম পৰম ইস্বৰে দিলে, তাকে ন ললে কোনো ৰূপে তেওঁৰ অনুগ্ৰহ পাব নোআৰা। সিহঁতে সুধিলে, বোলে,

ইস্বৰৰ পুত্ৰৰ নাম লৈ প্ৰাৰ্থনা কৰিলে, পাপ খেমা হোআৰ প্ৰমান পোআ জাই নে? মই কলোঁ হই, কিন্তু আমি তেওঁৰ আগত সকলো পাপ সৈ কাৰ্হি অকপট মনেৰে পৰম ইস্বৰৰ পুত্ৰৰ মৰনত আস্ৰই লব লাগে, তেহে আমাৰ পাপ খেমা হোআৰ নিচই প্ৰমান পাম ; আৰু ৰিদয়তে সকলো পাপ দমন কৰিবলৈ সক্তিমন্ত উতপতি হব। তেতিয়া সিবিলাকে বৰ মন দি মোলৈ একে ঠৰে চাই, আৰু সুধিলে, ইস্বৰৰ পুত্ৰত আস্ৰই ললতেই আমাৰ আগলৈ গতি কি হ'ব , তাক আমি জানিব পাৰিম নে? তেতিয়া মই সিহঁতক উতৰ দি কলোঁ, হই জানিব পাৰিবা। পৰম ইস্বৰ তুষ্টু হলে আমাৰ মনত সান্তনাৰে ভৰাই দি দ্ৰিঢ ভাৰসা কৰাব, আৰু তাতকৈও মৰনৰ ভই গুচিব , ভই কৰোক চাৰি সান্তনাহে পাব ; কিয়নো পৰম ইস্বৰে দণ্ডৰ আগ্যা নো হোআকৈ আসা ভাৰসা সদায় মনতে, দিচে, ইয়াক ঠিককৈ জানিব পাৰে। ইস্বৰ আৰু মানুহবিলাকৰ মাজত সেই পুত্ৰ সমজুআৰ বিসইৰ অধিকাৰ হল, আৰু তেওঁত বিস্বাস কৰাবিলাকক ইস্বৰে সৈতে নিচই মিল কৰিব। এই কথা সুনি সিবিলাকে ইটে সিটৰ মুখলৈ চাই বুলিলে, বোলে, এয়ে বৰ চিকন কথা। পাচে সিহঁতে আকও মোত সুধিলে, এইসকল কথা কোন সাস্ত্ৰত লিখিচে? তেতিয়া মই কলোঁ, ইস্বৰে ধৰম সাস্ত্ৰত লিখিচে, তাকে পৰ্হিলে জানিব পাৰে, অৰ্থাত কি ৰুপে পাপৰ কাৰণ পৰম ইস্বৰৰ ক্ৰোধ লোকবিলাকৰ ওপৰত লাগিল, আৰু সেই ক্ৰোধ গুচাবলৈ তেওঁ আপোন পুত্ৰকপাপি লোকৰ কাৰনে, প্ৰিথিবিলৈ পঠাই তেওঁৰ তেজেৰে পাপৰ প্ৰাচিত কৰিলে, আৰু কি ৰুপে তেওঁ তিন দিনৰ দিনা মৈদামৰ পৰা উঠি, ইস্বৰৰ ওচৰলৈ উভতি গ'ল, আৰু সেসৰ দিনা তেওঁ তেজস্বি মহিমাৰে পুনৰাই এই প্ৰিথিবিত লোকবিলাকৰ সোধ কৰিবলৈ আহিব, এই সকল কথা তাতে লিখা আচে, তাকে পৰ্হিলে প্ৰকাস ৰুপে জানিব পাৰিবা। এনে কথা কৈ বিদাই লৈ উভতি আহিলোঁ।

সোমবাৰ ৰাতিপুআ নাও মেলি উজাই আহি গধুলি মঙ্গলদৈৰ ঘাট পাই তাতে নাও ৰাখিলোঁ। ঘাটৰ পৰা জিলালৈ এক ঘণ্টামান বাট জাব লাগে, সেই কাৰণে মই জোআ নাই। পাঁচ জন চাহাব লোক গোট খাইছিল, এজন পাদুৰি চাহাব, মেম চাহাব আৰু দুই জন বাবাও আছিল। মেম চাহাবৰ কিচুমান বেমাৰ হোআতে নদিত হেৰা খাবলৈ গৈছিল, আৰু উইলমত চাহাব, তেওঁৰ মেম চাহাবে সৈতে কলিকতাৰ পৰা নাজিৰালৈ এখান বজাৰত চাহ কম্পানিৰ বিসই লবলৈ আহিচে। আৰু দি বুৰু গৰৰ পৰা জেঙ্কিঞ্চ চাহাবে ভতিয়াই আহিচে, কাৰন তেঁওৰ মেম চাহাবক কলিকতালৈ ভাপ জাহাজত পঠাইছিল, কিন্তু জাহাজত জাঁওতে কোনো কাৰনে তৈওৰ গিয়ান হিন হোআ হেতুকে আৰু জাব নোআৰে বুলি জাহাজৰ অধিকাৰে তেওঁক ঢাকাত এৰি গল, তেঁওকে দেখিবলৈ চাহাবে ভতিয়াই গৈচে।

তেওঁৰ বদলি পিটাৰ চাহাব তেওঁৰ মেম চাহাব আৰু এটি বাবাই সৈতে কলিকতাৰ পৰা আহিচিল। পাচে তেঁওৰ মেমৰ বাটত আহোঁতে কিবা বেমাৰ হৈ মঙ্গলদৈ পাঁওতেই



মৰিল। তেওঁৰ মৰা স কবৰ দিবৰ কাৰনে গোআহাটি ভতিয়াই নি তাতে কবৰ দি পুনৰাই উজাই আহিল। আৰু তেজপুৰৰ কলেক্তৰ চাহাবে দৰঙ্গ জিলাৰ ৰুপিত মাটি নদি এ নষ্ট কৰাৰ কাৰনে তাকে কি ৰুপে ভেঁতি ৰাখিম বুলি চাবলৈ জাঁওতে গধুলি হোআৰ কাৰনে এই ৰাতি হাৰঞ্চ চাহাবৰ বঙ্গলাতে থাকিল। মই হলে বামলৈ উঠি এজুম ডোম মানুহক বহি থাকিবৰ দেখি সিহঁতৰ ওচৰলৈ গৈ সুধিলোঁ, তহঁতে ইয়াত কি কৰিচা? সিহঁতে কলে আমি কানি খাইচোঁ. মই কলোঁ, অহ কানি খাইচা, সেয়ে তোমালোকৰ সত্ৰুহে ; অনেক অনেক মানুহক নষ্ট কৰিলে, ইয়াক তহঁতে নে জানিলি নে? সিহঁতে বোলে, হই, এই সকল আমি জানোঁ, তথাপি কি কৰিম? এৰিব নোআৰোঁ, খোআ সহজ, কানিএ সকতকৈ টানিচে। জেতিয়া কানি খাবলৈ পাঁও তেতিয়াহে লৰা তিৰোতা আদি কৰি সকলোকে আলাপ প্ৰিতি কৰোঁ ; কিন্তু কানি নে খালে সকলোকে একো মুল্য হেন নে দেখোঁ, কেৱল মাটিৰ নিচিনা মানোঁ। কম্পানিৰ দিনৰ পুৰ্বে প্ৰাই কোনে নে খাইচিল, এতিয়া হলে প্ৰাই সকলোএ কানি খাই, আৰু লোকবিলাকৰ প্ৰান হিন হল। মই সিহঁতত কলোঁ এই সত্ৰু বৰ সকত আৰু অচমিয়াবিলাকক সিদ্ৰে বন্দি কৰিচে, তথাপি দমন কৰিলে কৰিব পাৰে। প্ৰথমতে সেই সত্ৰুই দুই এক মাহ মানলৈকে বৰকৈ জুধ কৰিব ; কি জানি কানিয়াবিলাকে বুলিব, হাই, হাই , কেনেকৈ থাকিম, আমি হলে সকলো নিচই নষ্ট হম। এনে সত্ৰুক কোনেও সহিব নোআৰে, কিন্তু ক্ৰমে ক্ৰমে জদি খেদি দি থাকে, তেন্তে তাৰ বল কমি জাব, পাচত নিচই ঘাটি কৰা হব। সিহঁতে কিছু সন্মত হোআ জেন দেখি, মই আৰু কথা কলোঁ, তহঁতৰ সন্তানবিলাকে জদি সেই সত্ৰুক কেতিয়াও নো চোএ, তেন্তে কোনো ৰুপে দুই এক পুৰুস হলে তাক দেসৰ পৰা খেদোআ হব ; এই সকলোকে কৈ নাৱলৈ আহিলোঁ।

বুধবাৰ গধুলি এটা ঘাট পাই তাতে ৰাতি ৰলোঁ। সেই ঘাটতে মাচ কিনিবৰ নিমিতে দুই তিনি দিনমান বাটৰ পৰা অহা তিনি কুৰিমান কচাৰি লোকক তাতে লগ পালোঁ। সিহঁতে কাতি মাহৰ পৰা বহাগলৈকে অহা জোআ কৰি তিনি চাৰি কুৰিমান লোক এই ঠাইতে থাকে। সিহঁতে ডোম লোকৰ পৰা কেঁচা মাচ কিনি ৰদত সুকুআই আপোন আপোন গাঁৱলৈ নি কোনোটোৰ তাৰে লা সলাই, পাচে সেই লা আনি কেঁয়াবিলাকত বেচি ধন পাই, সেই ধন আনি খাজনা সোধাই, আৰু কোনো বোৰে হলে আপোনাৰ লৰা তিৰোতাই সৈতে ঘৰতে খাই। এতিয়া হলে সিহঁতে মাচ পোআ নাই, সুধা হাতে ঘৰলৈ উভতি জাব লাগিব বুলি কলে। কচাৰি লোক হ'লে অগিয়ানি আৰু মহাজনবিলাকেও সিহঁতক বৰকৈ ঠগাই বুলি সুনিচোঁ। কম্পানিএ জদি সিহঁতলৈ অনুগ্ৰহ কৰি সিবিলাকৰ মাজত ইস্কুল পাতে, তেন্তে দুই এক বচৰতে সিবিলাক বৰ উতম লোক হব পাৰে।

সিঙ্গৰি পৰ্বত এৰি আহি ৰাতি পুআই উজাই জাঁওতে এটা ওখ গৰাৰ ওপৰত বহি থকা এটা বৰ ডাঙ্গৰ বাঘ দেখিলোঁ। সি মানুহৰ মাত সুনি মুৰ দাঙ্গি দাঙ্গি চাই গোটা

চাৰেক মানুহক দেখি ভই পাই মাটিত পেট পেলাই তাতে থাকিল। আমি তাৰ পৰা গুচি আহিলো, পাচে আহি আহি তেজপুৰৰ পৰ্ব্বত মখা দেখা পালোঁ। সেই পৰ্বত দুৰৈৰ পৰা দেখিবলৈ সুন্দৰ কিন্তু তাৰ ওচৰলৈ আহি নিবাসি লোক নিচই তাকৰ হেন দেখিলোঁ। ইয়াত চাবলৈ জি জি বস্তু আচে, তাৰ সকলোৰ মাজত শ্ৰীজুত মাৰ্তিন চাহাবৰ বৰ গচৰ এঁঠা বনোআ কলক আচৰিত হেন দেখিলোঁ। সেই এঁঠা কি ৰুপে বনাইচে, তাকে কিছুমান তলত লিখা হৈচে। সেই এঁঠা দুই তিনি দিনমান বাটৰ অন্তৰ এখান জাৰণিৰ পৰা গাঁৱলিয়া মানুহবিলাকে বেচিবগৈ প্ৰতিজনে একে বেলিএ ত্ৰিচ সেৰ মান আনে। তাৰ দাম মোনত দুই টকা চাৰি অনা। এঁঠা কৰোআ বকচিএ সিহঁতৰ পৰা কিনি পুখুৰিৰ নিচিনা মাটিত পুতি বৰ একোটা পেৰাত থই। আৰু সেই পেৰাৰ তলত এঠাৰ পানি জাবলৈ দুই তিনিটা মান বাট পে, দি ৰাখে। পাচে জিমান এঁঠা সেইমান পানি তাতে মিহলি কৰে, কাৰণ পানি নিদিলে এঁঠা গোট নে খাই আৰু পগাই বনাব নোআৰে। পাচে চাৰি পাঁচ দিনৰ মুৰত এঁঠা নিৰ্ম্মল হৈ পানিৰ পৰত উপঙ্গিলে তেতিয়া পেৰাৰ তলত থকা সেই পেচ খুলি দিলে, পানিবোৰ জাই, এঁঠাবোৰ থাকে। পাচে তাৰ পৰা তুলি আনি লোৰ বৰ থালিত দুই তিনি ঘণ্টামান পগাই। জেতিয়া সেই এঁঠা সিজে, তেতিয়া থালিৰ পৰা এডাল মাৰিৰ মুৰত থকা তিনিটা লোৰ কাঁইটেৰে খোচ মাৰি মাৰি উলিয়াই। ইটা বনোআৰ নিচিনা দিঘলে দুই হাত, পথালি এক হাত, ইমান ডাঙ্গৰ এখন খৰমাত ভৰাই। পাচে খৰমাৰ তলে ওপৰে তাৰ সমানে লোৰ দুই চতা পাত দি পাচে চেপা পেচৰ তাতে সুমাই দি পেচ দুই মানুহে ঘুৰাই এক ঘণ্টামান তাতে ৰাখে। পাচে জেতিয়া এঁঠা গোট খাই, আৰু তাৰ পানি ওলাই, তেতিয়া তাৰ পৰা উলিয়াই সমানে জুখি কৰতেৰে মাজতে কাতি চাৰি চুকিয়া দুইখান কৰি ৰদত থই। পাচে আকও তেল পেৰা সালৰ নিচিনা এক জন্ত্ৰত সুমাই দি এক ৰাতি চেঁপি পানি ওলাব দিএ। পাচে তাৰ পৰা উলিয়াই আকও বৰ থালিত পানি দি দুই তিনি ঘণ্টামান সিজাই থাকে। জেতিয়া হব তেতিয়া আকও সেই চেপা জন্ত্ৰত একদিন এক ৰাতি চেপে। পাচে তাৰ পৰা উলিয়াই ওপৰত চুন লিপি ৰদত সুকাবলৈ দিএ ; জেতিয়া সুকাই তেতিয়া চন্দুকে পতি পাঁচ মোনকৈ ভৰাই বিলাত দেসলৈ পঠাই। গল সনে চাৰি স মোন মান পঠাইছিল। আৰু তাৰে পৰা অনেক লাভ পালে বুলি সুনিলোঁ। এই বচৰত বাৰ স মোন মান পঠাব বুলি সুনিচোঁ। বিলাতৰ কাৰিকৰবিলাকে তাকে কিনি সেই এঁঠাৰে জুতা পা ধোআ চৰিয়া আৰু প্ৰাণ ৰক্ষা কৰা সৰু সৰু নাও তুমি অনেক ৰমকমৰ কাপৰ পালঙ্গ আৰু লৰাই ওমলা অনেক ৰকমৰ বস্তু বনাই। সিবিলাকেও তাৰে দোআৰাই অনেক লাভ পাইচে।

ক.ত.

১৭ আঘোন, সন ১৮৫৩।



# অচমিয়া ভাষা।

## On the Assamese Language.

৯ বচৰ। নম্বৰ ২। ফেবৰুআৰি, ১৮৫৪।

এতিয়া আমি অচমিয়া ভাসাৰ বিসয়ে প্ৰস্তাৱ কৰোঁ, ভাৰত বৰ্সত জিমান চলিত ভাসা আচে তাৰ প্ৰাই আটায়েই সংস্ক্ৰিত ভাসাৰ ঠাল, অৰ্থাৎ সকলোৰে সংস্ক্ৰিত ভাসা মুল। আৰু অচমিয়া ভাসাও ইবিলাকৰ নিচিনা সংস্ক্ৰিতৰ এটা ঠাল। কিন্তু অনেক লোকে সংস্ক্ৰিতনো অচমিয়া ভাসাৰ কেনেকৈ মুল হই তাকসুধিব পাৰে, এতেকে আমি তাক ভাঙ্গি কঁও।

সংস্ক্ৰিত অতি প্ৰাচিন আৰু উৎক্ৰিষ্ট ভাসা, অতি পুৰনি কালৰে পৰা প্ৰধান প্ৰধান পণ্ডিত সকলে এই ভাসাৰে নানা বিসয়ক পুথি লিখি, ইয়াক প্ৰিথিবিৰ মাজত এক অপুৰ্ব আৰু বিতোপন ভাসা কৰিচে। এনে অভিপ্ৰাই বা বস্তু এই নাই জে ইয়াত সুন্দৰে প্ৰকাসিব নোআৰি ; এই ভাসাত এনে একোখন সুন্দৰ সুন্দৰ পুথি আচে জে তাক পৰ্হিলে মন প্ৰফুল্ল আৰু গিয়ান উদই হই। অঙ্ক, জ্যোতিস, সাহিত্য সাস্ত্ৰৰ পুথি ইয়াত অনেক আচে। সুনা গৈচে পুৰনি গ্ৰিক দেসৰ লোক সকলে ভাৰত বৰ্সৰ পৰা জ্যোতিস আৰু অঙ্কবিদ্যা বিসয়ক অনেক কথা নিচে। পদ্য ৰচনাত সংস্ক্ৰিত ভাসা অতি অপুৰ্ব, মহাত্মা মৰ উলিয়ম জোন্‌স্ চাহাবে সংস্ক্ৰিত ভাসাৰ পদ্যৰ পুথি পৰ্হি পৰম হৰ্স পাই ইয়াক এক আচৰিত আৰু বিতোপন ভাসা বুলি কৈচে। সংস্ক্ৰিত কবি সকলে আদি ৰস, কৰুনা ৰস, হাস্য ৰস , সান্তি ৰস, বিৰ ৰস, অদ্ভুত ৰস সকলোকে সুন্দৰ ৰুপে বৰ্ণনা কৰিব পাৰিছিল। কিন্তু আদি আৰু সান্তি ৰসত বিসেস পাৰ্গত আচিল। পদ্য ৰচনাত কবি সকলে জেনে নিপুনতা দেখুআই গৈচে তাক লিখা অত্যন্ত বিস্তৰ, এতেকে তাক এৰিলোঁ। সংস্ক্ৰিত ভাসাত পদ পুথি সৰহ, গদ্য পুথি তাকৰ।

ভাৰত বৰ্সৰ পণ্ডিত সকলে সংস্ক্ৰিতক " দেবভাসা" বুলি কই, আৰু এতেকে ইয়াৰ লোক সকলে আগৰ কালত ইয়াৰে কথা বাত্ৰা কৈচিল আৰু পুথি লিখিছিল বুলি জনা জাই ; কিন্তু এতিয়া ই কথা বাত্ৰা কোআত বেৱহাৰ নাই, কেৱল পৰ্হাতহে বেৱহাৰ আচে। ইউৰপৰ পণ্ডিত সকলে লিখিচে, সংস্ক্ৰিত ভাসা ইৰান নানে এক দেসৰ লোক

সকলৰ ভাসা আচিল, সিহঁতেই মাজে মাজে ভাৰত বৰ্স আৰু জাৰ্মানি, গ্ৰিক, ৰোম প্ৰভ্ৰিতি দেসলৈ গৈ বাস কৰি এই ভাসা প্ৰচাৰ কৰিলে। কিন্তু এতিয়া এই সকলো এনে বেলেগ হৈচে গুৰিত একে ভাসা থকা বুলিবই নোআৰি। সেই সকল লোকৰ সন্তান সন্ততি ক্ৰমে বাৰ্হিলত নানা ঠাইলৈ গৈ নানাবিধ ভাসা সৃষ্টি কৰিলে। অৰ্থাত হিন্দুস্থানি, বঙ্গালি, অচমিয়া উৰিয়া মহাৰাষ্ট্ৰি প্ৰভৃতি ভাসা কৰিলে। সংস্ক্ৰিত ভাষা সিকাত আমাৰ পখ্যে অনেক উপকাৰ হই। ইয়াক সিকিলে পুৰ্ব কালৰ হিন্দু সকলৰ ধৰম, নিতি, আচাৰ বেৱহাৰ জানিব পাৰি, আৰু অচমিয়া ভাসাকো সুৱনি কৰিব পাৰি, কিয়নো ই তাৰ ঠাল।

অচমিয়া ভাসাও সংস্ক্ৰিতৰ এটা ঠাল ইয়াক নিসংসয়ে জনা গল। এতেকে তাৰ কথা কিছুমান লিখোঁ। অচমিয়া ভাসা এতিয়া এনে দুৰাৱস্থাত আছে জে তাৰ বিসয়ক প্ৰস্তাৱ লিখা আমাৰ নিচিনা অদুৰদৰ্সি মানুহৰ সমদ্ধে অতি কঠিন। কোনো কোনো লোকে এনে ভাবিবও পাৰে অচমিয়া ভাসা বঙ্গালি ভাসাৰ পৰা ওলাইচে। কিন্তু এনে চিন্তা কৰা অতি অমুলক। সিহঁত দুইৰো পৰম্পৰ জি মিল আছে সি কেৱল দুইও সংস্ক্ৰিতৰ ঠাল হোআ দেখিহে হৈচে, নতুবা আন কাৰন নাই। অকল বঙ্গালিও ন হই, সংস্ক্ৰিতৰ জি আন এটা ঠাল উৰিয়া ভাসা, সি বঙ্গাল দেসৰো সিফাল অচম দেসৰ পৰাও অনেক দূৰৈ, তাৰো সৰহ কথা অচমিয়াই সৈতে মিলে। জি সকল কথা তলত লিখা গল, সি বঙ্গালিতকৈও উৰিয়াই সৈতে বেচি সমন্ধ ৰাখে। ইয়াত জি সকল বঙ্গালি কথাৰ দ্ৰিষ্টান্ত লিখা গল, সি প্ৰাই কলিকতাৰ ফালৰহে। জদি অচমিয়াক বঙ্গালি ভাসাৰ পৰা ওলোআ কোনো লোকে কই, তেন্তে এইসকল কথাৰ মিল দেখি উৰিয়াৰ পৰাও ওলোআ বুলিব পাৰি। জদি কোনোএ কই বঙ্গাল দেস অচম দেসৰ ওচৰ, এতেকে তাৰ পৰা ওলোআহে সম্ভও হই, তাত আমাৰ উতৰ এই, সি কথা অতি অমুলক, অচমিয়া ভাসা সংস্ক্ৰিতৰ ঠাল হোআৰ নিমিতে তাৰ আন আন ঠালে সৈতে অৱস্যে মিল থাকিব। অচম দেসৰ চাৰিওফালে পৰ্বতিয়া জাতিবিলাক থকাৰ নিমিতে সিহঁতৰো অনেক কথা ইয়াত সোমাইচে। বিসেসকৈ আহোমে অচম দেসক জয় কৰি লোআত হেজাৰে হেজাৰে আহোমবিলাক আপোন দেশৰ পৰা আহিলত সিহঁতৰো অনেক কথা অচমিয়াৰ মাজত সোমাইচে। সিহঁত আহিবৰ দিনৰে পৰা অচমিয়া কথাৰ উচাৰনৰো অনেক বিক্ৰিতি পালে।

অচমিয়া আৰু উৰিয়া কথাৰ মাজত জিবিলাক ইটে সিটে মিল আচে, তাৰ গোটাচাৰেক লিখা গৈচে।

| অচমিয়া | উৰিয়া | বঙ্গালি |
| --- | --- | --- |
| গচ | গচ | গাচ |
| পুখুৰি | পুখুৰি | পুকুৰ, পুস্কৰ্নি |
| ঔ (টেঙ্গা) | ঔ | চাল্‌তে |



| | | |
| --- | --- | --- |
| পিন্ধি | পিন্ধি | পৰে |
| খৰ | খৰা | ৰঙ্গুৰ |
| বুলিলে | বুলিলে | বল্‌লে |
| তল | তল | তলায় নিচে |
| কেৰেলা | কলৰা | উচ্ছে |
| বাট | বাট | পথ ৰাস্তা |
| বুলি | বুলি | বলিয়া |
| কৰিলন্ত | কৰিলন্ত | কৰিল, কল্লে |
| খাইলন্ত | খাইলন্ত | খাইল, খেলে |
| ইত্যাদি | ইত্যাদি | |
| খেঁকাৰ | খংকাৰ | গয়েৰ |
| মাই | মাই | মামি |
| থিয় হই | থিয়া হই | দাঁড়িয়ে |

ক্ৰমস ঃ প্ৰকাস্য।

এজন অচমিয়া লোক।

৫ জানুআৰি কলিকতা ১৮৫৪।

# কিৰ্তন কৰাৰ কথা।

## A Missionary Journal.

৯ বচৰ। নম্বৰ ৩। মাৰ্চ, ১৮৫৪।

নবেম্বৰৰ ১০ তাৰিখে আমি তেজপুৰৰ উতৰ পচিম চুকে থকা গাঁও বিলাকৰ মানুহৰ মাজত প্ৰভু য়িচু খ্ৰিষ্টৰ সুভ বাত্ৰাৰ কথা কিৰ্তন কৰিবৰ মনেৰে জাত্ৰা কৰিলোঁ। তাৰে কোনো কোনো ঘটনা লিখিবৰ ইচা হোআত সংখেপে লিখি জনাব খুজিলোঁ। সেই সকল কথা মোৰ বিবৰনৰ পুথিত লিখিবলৈ নো হোআত জি জি কথা মনেৰে ভাৱনা কৰি সোঁঅৰনত আহিচে, তাকেহে তলত লিখিলোঁ।

প্ৰথমে আমি গৈ মবপি মৌজাৰ নাম ঘৰত দু ৰাতি ৰলোঁ। তাতে ব্ৰহ্মা, বিষ্ণু আৰু গো বিন্দ, এই তিনি মুৰ্তি আচে। এটা কাঠৰ, দুটা পিতলৰ বা কাঁহৰ; তাক কাপৰেৰে ঢাকি থোআত ভালকৈ দেখিবলৈ ন হল। তাত থাকোঁতে এদিনা ৰাতি পুআতে সাত কি আঠ বজাৰ সময়ত, মই চাউল সিজাই নাম ঘৰৰ পিৰালিত থিয় হৈ আচিলোঁ, চাহাবে হাজিৰি খাইচিল। এনে সমইতে এটা গনক মানুহে আহি মোক সুধিলে, বোলে, চাহাব ইয়ালৈ কিয় আহিচে? মই কলোঁ বোলোঁ, চাহাবে তোমালোকৰ আগত সত্য পৰম ইস্বৰৰ কথা কিৰ্তন কৰিবলৈ আহিচে। তাতে সি উতৰ দিলে, বোলে, আমাৰ জানো পৰম ইস্বৰ নাই? মই বুলিলোঁ, তোমালোকৰ পৰম ইস্বৰ হোআ হলে তোমালোকে সিল, কাঠ এইবিলাকৰ মুৰ্তি সাজি তাৰ আগত আঠু পাৰি সেৱা কিয় কৰিবা? সেই ঠাইতে নাম ঘৰৰ পানি পোতাৰ কুআত, চাহাবৰ মচালচিএ মলা ধঁপাত [illegible]পি হোঁকাটো ওলোমাই থৈচিল; সেই গনক মানুহটে তাকে চুই বুলিলে, আমি এই হোঁকাটোকে ইস্বৰ বুলি মানিচোঁ। তুমি কি আমাক এক নতুন ইস্বৰক চিনাবলৈ আহিচানে? আমি তাক নে মানোঁ, হোঁকাটোকেই মানিম। পাচে মই কলোঁ, জদি তুমি হোঁকাটোকে ইস্বৰ বুলি মানিচোঁ। তুমি কি আমাক এক নতুন ইস্বৰক চিনাবলৈ আহিচানে? আমি তাক নে মানোঁ, হোঁকাটোকেই মানিম। পাচে মই কলোঁ, জদি তুমি হোঁকাটোকে ইস্বৰ বুলিচা, তেন্তে কাঠ পিতলৰ মুৰ্তি সাজি নাম ঘৰত থৈ সিবিলাকক সেৱা কৰা কিয়? হোঁকাটো



থৈ তাকেই সেৱা কৰিব লাগিচিল। তাৰ দুদিনৰ পাচে আমাৰ তাম্বু ঘৰ তুলি সেই ঠাইৰ পৰা অলপ নিলগত ৰলোঁ। ১৫ দিন মান সেই ঠাইত থাকি, তাত থকা সকলো গাঁৱৰ ঘৰে ঘৰে গৈ ত্ৰান কৰ্তাৰ কথা কিৰ্তন কৰিলোঁ। জিবিলাকে সত্য ধৰম আৰু ত্ৰান কৰ্তা য়িচু খ্ৰিষ্টৰ কথা সত্য বুলি মানি সৈ কৰে, এনে অনেক মানুহক লগ পালোঁ। আমি এদিন দিপুতাৰ আলি বন্ধা চাৰি স কি পাঁচ স মানুহৰ আগত প্ৰভু য়িচু খ্ৰিষ্টৰ কথা কিৰ্তন কৰিলোঁ। আৰু আমি তিনটা মান গিত গাই সুনালোঁ, তাতে অনেকে মন দি সুনিলে; আৰু অনেকে আহি আমাৰ পৰা ধৰম সাস্ত্ৰৰ পুথি খুজি খুজি নিলে।

সেই মৌজাত থাকোঁতেই এজন গৰ্বনমেণ্টৰ ইস্কুল পণ্ডিতে আহি মই চাউল সিজোআ ঠাইৰ কিচু দূৰৈত থিয় হলহি। তেওঁ বামুন আচিল, ক্ৰমে, ক্ৰমে, মই তেওঁৰে সৈতে ধৰমৰ কথা আৰম্ভন কৰিলত তেওঁ ক'লে, বোলে, আন আন মানুহে সেই ধৰম ললে আমিও লম। আৰু আন এদিনা কলে, বোলে কম্পানিয়ে যদি হুকুম দিএ, তেন্তে [illegible]াগি আটায়ে খ্ৰিষ্টিয়ান হম। হাই, হাই, দেখাচোন, কিমান মানুহে আন লোকলৈ বাট [illegible]ই আপোনাৰ জিৱৰ পৰিত্ৰান হেৰুআবলৈ কাৰ্বাৰ কৰিচে।

আৰু এদিনা আমি ডেকা চুবুৰিৰ গাঁৱৰ ফাললৈ কিৰ্তন কৰিবলৈ গলোঁ, সেই গাঁৱত গোপাল ঠাকুৰৰ মুৰ্তি থকা এটা নাম ঘৰ আচিল; সেই ঘৰতে বামুন পোৰোহিত, আৰু গোসাঁই কেইজনমানেও হোম জঁগ্য আদি কৰম কৰিছিল। এনেতে আমি সেই ঠাইত গৈ ওলালোঁ, সিবিলাকে আমাক নামঘৰত বহিবলৈ দিয়াত, মুৰ্তি থকা পোনে মুখামুখিকৈ দুআৰ মুখতে বহিলোঁ, আমি সিবিলাকত সুধিলোঁ, তোমালোকে কি কৰিচাহঁক? সিবিলাকে কলে, আমি ইস্বৰলৈ বস্তু উচৰ্গিচো। আমি সুধিলোঁ, ইস্বৰ দ্ৰিস্য নে অদ্ৰিস্য। সিবিলাকে কলে অদ্ৰিস্য। আমি কলোঁ, হই এয়ে সত্য কথা। তেওঁ অদ্ৰিস্য, তেওঁক কোনেও দেখা নাই, কিন্তু তেওঁ সকলোকে দেখে; তেওঁৰ আগত সকলো দ্ৰিস্য; জদি তেওঁ অদ্ৰিস্য অৰ্থাত তেওঁক কোনেও দেখা নে পাই আৰু দেখাও নাই; তেন্তে তেওঁৰ আকাৰ এনে বা তেনে হই, এইবুলি তেওঁৰ মুৰ্তি কেনেকৈ সাজিচা? সিবিলাকে কলে, বোলে আমি মুৰ্তিৰ আগত নিদিয়াকৈ আৰু আগত সেৱা ন কৰি কেনেকৈ ইস্বৰক সেৱা কৰিম? পাচে আমি কলোঁ, বোলোঁ, দেখা ইস্বৰে তোমাৰ আত্মা, মন, কান, চকু, নাক সকলোকে স্ৰজিচে। সিবিলাকে কলে, হই। বাৰু জি জনে তোমাক সুনিবলৈ কান স্ৰজিলে, তেওঁ নো তোমাৰ কথা নু সুনিব নে। জি জনে তোমাৰ বুজিবলৈ গিয়ান দিচে, তেওঁ নো তোমাৰ কথা নে জানিব নে? জি জনে তোমাৰ চকু স্ৰজিলে তুমি তেওঁলৈ কি কি কৰিচা, তাক নো নে দেখিব নে? তুমি জে কাঠৰ মুৰ্তি সাজি অপ্ৰানি বস্তুৰ আগত ইস্বৰ বুলি সেৱা কৰিচা।

পাচে আমি আকও কলোঁ, জি জনে স্বৰ্গ মৰ্ত্য পাতাল আদি কৰি তিনিও ভুবনক স্ৰজিচে, এনে জি সৰ্বসক্তিমন্ত ইস্বৰ, তুমি তেওঁৰ স্ৰজা বস্তুৰপৰা এডোখৰ নকচা কাটি,

ইস্বৰ ইয়াতে নিবাস কৰিব বুলি আমাৰ নৈবেদ্যৰ ঘ্রান লব বুলি ভাবিচা নে? গোটেই খন জগত তেওঁৰ ন হই নে? তেওঁৰ থকা ঠাই নাই নে? তেওঁ এনে কুচিত মুৰ্তিত থাকিব নে? আৰু জি জনে আমি অধম মনুস্য সুখে খাই লৈ থাকি তেওঁৰ গুন গাবলৈ আমাক জীৱনৰ নানা বিধ খোআ আহাৰ আৰু বস্ত্র দিচে। এনে বস্তুৰ পৰা তুমি এমুঠি চাউল দি তেওঁক সুস্রুসা কৰি কেনেকৈ সন্তুষ্ট কৰিব পাৰা? জেনেকৈ এজন দয়াৱন্ত ধনবান মানুহে কোনো দুখিয়া এটাক দায়া কৰি তাৰ দুখ দেখিব নোআৰি এক লাখ টকা দিলে; তাতে সি জদি ঘুৰি আকও তাৰ পৰা এটা পাই আনি তেওঁক দি কই, এই পাইটো মই আপোনাৰ ওচৰলৈ ভেঁটি আনিচোঁ, আপুনি সন্তুষ্ট হওক। তাতে তেওঁ কব, মই তোক দুখীয়া দেখি এই মান টকা দায়া কৰি দিচোঁ, তই পাই এটা আনি মোক সন্তুষ্ট কৰিব পাৰ নে? আটাই খনি ৰুপ মোৰ ন হই নে ?

পাচে সেই ৰুপ তাত কিৰ্তন কৰি কৰি ১৫ দিন মান তাত থাকি তাৰ পৰা পিঠাখোআ মৌজাত ৰলোঁ। তাতে প্রাই এমাহ মান থাকি, তাতো নামঘৰে নামঘৰে গোসাঁইবিলাক, আৰু ভকত, আৰু ৰায়তৰ ঘৰে ঘৰে কিৰ্তন কৰি কৰি ফুৰিলোঁ।

বাঁহবাৰি গাঁৱৰ এক মানুহৰ ঘৰত বিয়া সভা কৰাইচিল, আৰু মানুহক ভোজ খুআইচিল। তাতো দু কুৰি মান মানুহৰ আগত ত্রান কৰ্তা প্রভু য়িচু খ্রিষ্টৰ কথা কীৰ্তন কৰিলোঁ। আৰু সেই মৌজাৰ নমাটি গাঁৱত নাম ঘৰত গোসাঁইবিলাকে মানুহ গোট খুআই তাত সভা কৰিচিল, তাতো ভালেমান মানুহৰ আগত নামঘৰৰ দুআৰ মুইত থিয় হৈ, সিবিলাকে কৰা কৰম সকলো বিফল হৈচে, তাৰে জে পৰিত্রাণ নে পাই, এনে কথা ভালেমান প্রমানেৰে বুজালোঁ। সেই পিঠাখোআ মৌজাত জিবিলাকে সত্য ধৰমৰ কথা ভাল পাই গ্রহন কৰিবৰ ইচা আচে, এনে অনেক মানুহক লগ পালোঁ; জদি সিহঁতৰ মাজত কোনো সাহিয়াল হোআ হলে, তেন্তে স্বৰুপকৈ ত্রান কৰ্তাৰ নাম প্রকাস ৰুপে সৈ কাৰ্হিলেহেঁতেন। আৰু এদিনা এজন প্রাই খ্রিষ্টিয়ান হোআ মানুহৰ ঘৰত আমাৰ লৰাবিলাক আৰু আমি গৈ গিত গালোঁ, প্রাৰ্থনা কৰিলোঁ। তাতে অনেক মানুহ গোট খাইচিল, তাৰ পৰিয়ালে সৈতে সকলোএ সুনিলে; আৰু সেই মানুহে আহি আমাৰ পৰা নতুন নিয়ম এখন খুজি নিলে; আমি সেই মৌজাতে বহুত বহুত সাস্ত্র বিলাই দিলোঁ। এদিন এটা মানুহে আহি সুধিলে, আমি কেনেকৈ পৰিত্রান পাম? আমি কলোঁ, য়িচু খ্রিষ্টত বিস্বাস কৰা। সেই ৰুপে আমি ইস্বৰৰ ৰাজ্যৰ কথা সকলোৰে আগত কীৰ্তন কৰি কৰি, ডিচেম্বৰৰ ১৭ কি ১৮ তাৰিখে তেজপুৰলৈ বৰদিনৰ কাৰনে আহিলোঁ।

ব.ন.



# Style and Mode of Spelling

৯ বচৰ। নম্বৰ ৪। এপ্রিল, ১৮৫৪।

কিন্তু আমি কেৱল পণ্ডিতলৈ লিখা ন হই, সকলো মানুহৰ নিমিতে লিখিচোঁ। সংস্ক্রিত আৰু ভাষা মিহলি কৰিলে, আমি ভাল নে দেখোঁ; সংস্ক্রিত হলে সুধ সংস্ক্রিতেই হব লাগে; ভাষা হলে সুদা ভাসা হব লাগে। সংস্ক্রিতত প্রাই সঞ্জোগি আখৰ, ভাসাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্ক্রিতৰ সকলো মাত লিখা দৰে ফুটিচিল; এতিয়া প্রাই পণ্ডিতৰ মুখতো নু ফুটে।

ভাসা লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰে দুই তিনি প্রভেদৰ সকাম নাই। জ, য় জৰ, এই দুইৰো একেটা উচাৰন; এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নি লিখোঁ। শ, ষ, স, তিনিটাৰে একে মাত; শ্রী স্রীৰ একো ভেদ নে দেখোঁ; আমি কেৱল সহে লিখোঁ। ন, ণ, আৰু হ্রস্ব দিৰ্ঘতো এই দৰে বুজিবা। ভাসাত ৰণ নো বোলে, ৰন হে বোলে; পানী হলে পানি বোলে, পাপীৰ ঠাইত পাপি; কূলৰ ঠাইত কুল; সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফৰ পাচত এটা আখৰ দুটাকৈ নু ফুটে; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে; সৰ্ব্ব, ধৰ্ম্ম, কৰ্ম্ম, মৰ্ম্ম, মুখত নোলাই; সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এই ৰুপে ওলাই। স্লোক লিখিলে সংস্ক্রিতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে; ভাসাত হলে আমাৰ দাই ন ধৰিবা। আৰু আমাৰ অৰুনোদইত জদি কোনো কোনো কথা ভাল নে দেখা, তেন্তে তাক এৰি ভালখিনি গ্রহন কৰিবা; জেনেকৈ স্লোকত লিখা আচে, প্রাজ্ঞস্তু জল্পতাং পুংষাং স্রুত্বা বাচাশুভাশুভা। গুনবদ্বাচ মাদত্তে হংসক্ষীৰমিবাম্ভষা।

অৰ্থাত পণ্ডিত গিয়ানি মানুহে কথা কোআ লোকৰ ভাল বেয়া বাক্য সুনি গুন থকা বাক্য গ্রহন কৰে; জেনেকৈ ৰাজ হাঁহক পানিএ গাখিৰে মিহলাই দিলে, এঁৱা গাখিৰ বাচি খাই, পানি নে খাই।

# মলুআ ৰজাৰ এখন চিঠি

## The Mona- Letter from Kopiraj.

৯ বচৰ। নম্বৰ ৫। মেই, ১৮৫৪।

মহা মহিম স্রীজুত অৰুনোদই সম্পাদক
মহাসয়েসু।

মই জাঁজিৰ পৰা নগা পৰ্বতলৈ সকলো বান্দৰৰ ওপৰত ৰজা হৈচোঁ। মই মলুআ জাতিৰ দেখি মোক মলুআ ৰজা বোলে, চাহাবে মোৰ নাম সুনিব পাই। মই প্ৰায়ে অৰুনোদই নে চাওঁ, তথাচ এপ্ৰিল মাহৰ অৰুনোদই এটা মানুহৰ হাতত দেখি নকচা আৰু অলপমান কথা পৰ্হি বৰ ভাল পালোঁ, এই ৰুপে জদি মাহে মাহে বান্দৰৰ কথা লিখে, আমাৰ জাতৰ মাজত অৰুনোদই লোআ অনেক গৰাকি ওলাব, কিন্তু মানুহ জাতিএ হলে গিয়ানলৈ প্ৰায়ে বৰকৈ মন ন কৰে বুলি মই সুনিচোঁ, আৰু দুটা মান বিসয়া, আৰু ডাঙ্গৰ পণ্ডিত লোকৰ বাহিৰে আনবোৰে বচেৰেকত এটকা দি অৰুনোদই লবলৈকো কিৰ্পিন হই। আৰু সুনিচোঁ, লোআবিলাকৰ মাজতো কোনো কোনোএ তিনি চাৰি বৰচলৈকো তাৰ মূল্য একো ধন নি দিএ, এই বৰ আচৰিত কথা। কিন্তু হে সম্পাদক মহাসই, মোৰ কথা পতিয়াবা, বান্দৰ সকল এইমান অনিয়াই কৰা আৰু কিৰ্পিন ন হই। এই হেতুকে মানুহৰ কথা এৰি, আমাক আদি কৰি সকলো জন্তুৰ কথা লিখিলে আমি ভাল দেখোঁ, কিন্তু কেৱল মানুহৰ কথা লিখিলেহে আমি বেজাৰ পাঁও। মানুহ জাতিএ আপোনাক জি জি অলপ ধন দিএ, তাৰে একো ন হই। আমাৰ প্ৰজাবিলাকক সিহঁতৰ দৰে সিখ্যা দিয়া হলহেঁতেন, তেতিয়া মন ভাল হৈ অলপিয়া এটকা দুটকা নি দি, খৰালি কালত আপোনাক নি আমাৰ পৰ্বতৰ হিৰা মুকুতাৰ গাঁত আৰু পৰস পাথৰো দেখাই দিয়া হলহেঁতেন। আৰু আগেয়ে জি নকচা লিখিলে, সেইবোৰ ভাল হওঁতে হৈচে, কিন্তু এই দেসত থকা আমাৰ জাতৰ ন হই। এই নিমিতে অলপ নিবেদন কৰোঁ, পাচৰ মাহত আমাৰ জাতৰ দুটা মানৰ নকচা, আৰু বিবৰন লিখিলে ভাল হই। এতিয়া



আমাৰ খনিকৰে মোৰ নকচা তুলিচে, তাক পঠাই দিম। অনুগ্ৰহ কৰি এই চিঠিৰ ওপৰত তাক লিখিলে আমাৰ পাত্ৰ মন্ত্ৰি সকলোৰে আনন্দ হব, আৰু আপোনাৰো জস নাম থাকিব। কিন্তু চাহাবে এটা কথা বুজিব লাগে, এই হিন্দুস্থান দেসত হনুমন্তা প্ৰধান, আৰু ধৰমি; পচিম হিন্দুস্থানত মানুহে সেই জাতিক দেৱতাৰ দৰে পুজনিয়কৈ পুহি পুহি থাকে; এই হেতু হনুমন্তাৰ এক নকচা দিলে ভাল হই, কিন্তু মোৰ নকচাৰ ওপৰত কাৰো নকচা নি দিব। আৰু হলৌ সকলে সন্তুষ্ট হবৰ নিমিতে সিবিলাকৰো এটা নকচা লিখিলে ভাল; সেই দেখি মোৰ ৰাজ মন্ত্ৰি সন্দৰাজ হলৌ ডাঙ্গৰিয়াৰ নকচা দিব খুজিচিলো, কিন্তু তেওঁক কোনো সকামে পৰ্বতৰ সি ফাললৈ পঠোআ হেতুকে তেওঁৰ ঘৈনিএক আৰু লৰাৰ এই নকচা পঠাইচোঁ। কিন্তু চাহাব, মোৰ আৰু এক নিবেদন, দুষ্ট লোকে আমাৰ প্ৰজাবিলাকক ধৰি বন্দিকৈ ৰাখে, আৰু জাহাজতো দেসান্তৰ কৰে। অৰুনোদইৰ দোআৰাই এই অনিয়াই অৱস্যে নিবাৰণ কৰিব লাগে। সন্দৰাজৰ লৰা তিৰোতাৰ নকচা লিখোঁতে, মোৰ লৰা কি কৰিব বুলি তাই বৰ ভয়েৰে হাত দাঙ্গি তাৰ কথা চাহাবলৈ লিখিবলৈ মানা কৰিচে। আৰু সেই ৰুপে ধৰি নিএ দেখি আমাৰ প্ৰজাসকলে চাহাব লোকলৈ সদায় ভয় কৰি থাকে। কিমধিক মিতি।

স্ৰী স্ৰী মলুআ কপিৰাজ চক্ৰবৰ্তি।

# প্ৰথমৰে পৰা অৰুনোদই লোআৰ সংখ্যা।

## Circulation of the Orunudoi, from 1846 to 1854.

৯ বচৰ। নম্বৰ ৬। জুন, ১৯৫৪।

| | ১৮৪৬ | ১৮৪৭ | ১৮৪৮ | ১৮৪৯ | ১৮৫০ | ১৮৫১ | ১৮৫২ | ১৮৫৩ | ১৮৫৪ |
|---|---|---|---|---|---|---|---|---|---|
| **বিদেসি চাহাব লোক** | | | | | | | | | |
| সিৱসাগৰ | ১৯ | ১৯ | ১৯ | ১৯ | ২৭ | ২৭ | ২৫ | ২৫ | ২৫ |
| নাজিৰা | ১ | ১ | ০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১৫ |
| লখিমপুৰ | ৫ | ৫ | ৫ | ৫ | ৫ | ৫ | ২ | ২ | ২ |
| ডিবুৰুগৰ | ২০ | ২১ | ২৪ | ২৩ | ৩৯ | ৩৯ | ২৯ | ৪৪ | ৩২ |
| জইপুৰ | ২৩ | ১৮ | ৮ | ০ | ০ | ০ | ০ | ০ | ০ |
| চইখোআ | ০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১০ | ১২ |
| গোলাঘাট | ২ | ২ | ২ | ২ | ২ | ২ | ২ | ২ | ২ |
| তেজপুৰ | ৪৪ | ৪৪ | ৫৩ | ২৯ | ৪০ | ৪১ | ৪০ | ১৬ | ৭ |
| মঙ্গলদৈ | ১০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| নগাঁও | ১০ | ৮ | ৬ | ৬ | ৬ | ৬ | ৬ | ৭ | ৭ |
| গুআহাটি | ৭৪ | ৭৪ | ৬৫ | ৬৪ | ৭৪ | ৭৬ | ৬২ | ৫১ | ৫৬ |
| গোআলপাৰা | ৫ | ৫ | ৩ | ০ | ০ | ০ | ০ | ০ | ০ |
| মুঠে | ২১৩ | ২০৭ | ১৯৫ | ১৬৮ | ২১৩ | ২১৬ | ১৮৬ | ১৬৭ | ১৫৮ |
| **এই দেসি লোক** | | | | | | | | | |
| সিৱসাগৰ | ৪৪ | ৪৪ | ৩৫ | ৩৮ | ৪২ | ৪৯ | ৩৪ | ৪০ | ৪৭ |
| নাজিৰা | | | | | | | | ১ | ২ |
| জোৰহাট | ১ | ১ | ৩ | ৩ | ৪ | ৫ | ৬ | ৭ | ৭ |
| লখিমপুৰ | ২৩ | ২৩ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| ডিবুৰুগৰ | ১৬ | ২৪ | ২ | ৪ | ৪ | ৪ | ৪ | ৩ | ৫ |
| গোলাঘাট | ১৩ | ১৩ | ৯ | ৯ | ৯ | ৯ | ৯ | ১১ | ১১ |
| তেজপুৰ | ৩১ | ২৮ | ১১ | ৩ | ২৪ | ২৫ | ২৫ | ৭ | ৭ |
| মঙ্গলদৈ | ৪২ | ৪২ | ১১ | ০ | ০ | ০ | ০ | ০ | ০ |
| নগাওঁ | ৩৮ | ০ | ৪ | ৪ | ৪ | ১২ | ১১ | ২৪ | ২৫ |



| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| গুআহাটি | ৪০ | ৩৯ | ৩৯ | ৩৯ | ৩৯ | ৩৫ | ৩৫ | ২৪ | ২৫ |
| গোআলপাৰা | ১ | ১ | ০ | ০ | ০ | ০ | ০ | ০ | ০ |
| বঙ্গাল | | | | | | | ২ | ২ | ২ |
| মুঠে | ২৪৯ | ২১৫ | ১১৪ | ১০০ | ১২৬ | ১৩৯ | ১২৬ | ১১৯ | ১৩১ |
| **মিস্যনেৰি লোক** | | | | | | | | | |
| সিৱসাগৰ | ১০ | ১০ | ১০ | ১০ | ১০ | ২৫ | ৩২ | ২৫ | ২৫ |
| নগাওঁ | ৪২ | ৪২ | ৪৭ | ৪৭ | ৫০ | ৫৪ | ৫২ | ৫২ | ৫৮ |
| গুআহাটি | ২২ | ২২ | ২২ | ৩২ | ২৫ | ৪৮ | ৪১ | ৩৩ | ২৮ |
| বিলাবলৈ থোআ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ | ৪০ |
| মুঠে | ১১৪ | ১১৪ | ১১৯ | ১২৯ | ১২৫ | ১৬৭ | ১৬৫ | ১৫০ | ১৫১ |
| সৰ্বমুঠ | ৫৭৬ | ৫৩৬ | ৪২৮ | ৩৯৭ | ৪৬৪ | ৫২২ | ৪৭৭ | ৪৩৬ | ৪৪০ |

# শিৱসাগৰৰ গবৰ্ণমেন্ট স্কুলৰ ছাত্ৰবিলাকৰ বিদ্যাৰ মহলা।

১৬ বচৰ। নম্বৰ ১। জানোয়াৰি, ১৮৬১।

যোৱা শকৰ ডিচেম্বৰ মাহৰ শেষ তাৰিখে ওপৰে লিখা গবৰ্ণমেন্ট স্কুলৰ ছাত্ৰবিলাকৰ ইংৰাজি আৰু বঙ্গালি বিদ্যাৰ পৰীক্ষা কৰা হৈছিল। তাতে শ্ৰীযুত জন থৰ্ণ টন সব আশীষ্টান্ট কমিশনৰ চাহাবৰ দ্বাৰায় প্ৰথম শ্ৰেণীৰ প্ৰথম ভাগৰ আৰু আমি দ্বীতিয় শ্ৰেণীৰ প্ৰথম ভাগৰ আৰু সব আশীষ্টান্ট চাৰ্জন শ্ৰীযুত বাবু ব্ৰজনাথ কৰ্ফমাৰ দ্বাৰায় দ্বীতিয় শ্ৰেণীৰ আৰু ডিপুটি ইনস্পেকটৰ শ্ৰীযুত বাবু উৎসবানন্দ গোস্বামীৰ দ্বাৰায় তৃতীয় শ্ৰেণীৰ ইংৰাজী বিদ্যাৰ পৰীক্ষা কৰা হৈছিল। শ্ৰীযুত মুনশী কেফায়ৎ উল্লা ক্ষমতাপন্ন সদৰ আমীন আৰু শ্ৰীযুত বাবু নীলমনি গাঙ্গুলি স্কুলৰ হেড মাষ্টৰৰ দ্বাৰায় বঙ্গালি বিদ্যাৰ পৰীক্ষা লোয়া হৈছিল।

এই স্কুলৰ যি পৰীক্ষা কৰা গল, সেই পৰীক্ষাই স্কুলৰ শিক্ষক আৰু ছাতৰবিলাকৰ প্ৰতি অতি মান্যজনক হৈছিল, আৰু স্কুলো উন্নতিঅৱস্থাত থকা যেন বুঝা যায়। ইংৰাজী শিক্ষা ছাতৰবিলাকে ইংৰাজি পুথী পাঠ কৰাত, ব্যাকৰণ, ভুগোল, আৰু গণন আদি অন্য অন্য বিদ্যা শিক্ষাত সুন্দৰ মতে মহলা দিলে। ইংৰাজি বিদ্যা অভ্যাসৰ উচ্ছাৰণেই কিজানি অতি কঠিন ভাগ; তথাপি পুৰ্ব্বে এই প্ৰদেশৰ ভিতৰৰ অন্য অন্য যি যি স্কুলৰ পৰীক্ষা আমি কৰিছিলোঁ, সেইবিলাকতকৈ এই স্কুলৰ পৰীক্ষা কৰি কিছু ভাল যেন বুঝিলোঁ। যি বিদেশী ভাষা, আৰু যিবিলাকৰ মাঝত সেই ভাষা সদাই চলিত হৈ থাকে, সেইবিলাকে সৈতে স্বতন্ত্ৰ ৰূপে একে লগ হৈ সেই ভাষা শিক্ষা কৰাৰ সুযোগ পোয়াত বিনে তাৰ উচ্ছাৰণ কৰা অতি দুসাধ্য। তথাপি অতি মন দি শিক্ষা কৰিলে, সেই উচ্ছাৰণৰ বিষয়তো বৰ সংশয় নাই।



এই স্কুলৰ ছাতৰবিলাকে বিদ্যাৰ মহলা দি নৈপুণ্যতা প্ৰকাশ কৰা হেতুকে, বৰ্ত্তমান মাহৰ ৮ তাৰিখে সিবিলাকক সেই মহলাৰ প্ৰাইজ অৰ্থাৎ বঁটা দিয়া হৈছিল। আৰু সেই বঁটা দিয়াৰ কৰমত অসম প্ৰদেশৰ ডিপুটি কমিশনৰ শ্ৰীযুত কৰ্ণেল ৰেত্চ চাহাবে আপুনি সভাপতি হৈ ছাতৰবিলাকক যোগ্য অনুসাৰে বিলাই দিছিলে।

বঁটা দি এঁটোয়াৰ পাছে প্ৰথম শ্ৰেণীৰ শ্ৰীযদুনাথ শৰ্ম্মা নামে এজন ছাতৰে এই অসম দেশৰ পুৰ্ব্ব আৰু বৰ্ত্তমান অৱস্থাৰো বিষয়ে ইংৰাজি ভাষাৰে এটা সংক্ষেপ ৰূপে প্ৰস্তাৱ ৰচনা কৰিছিল, আৰু সেই প্ৰস্তাৱকে স্কুলৰ হেড্মাষ্টৰ শ্ৰীযুত বাবু নীলমণি গাঙ্গুলিয়ে সকলোৰে সাক্ষাতে পঢ়ি শুনালে। সম্প্ৰত্তি যি জন স্কুলৰ হেডমাষ্টৰ হৈছে, তেওঁ আৰু অন্য অন্য শিক্ষক কেই জনেও সিবিলাকৰ অধীনে থকা ছাতৰবিলাকৰ শিক্ষাৰ উন্নতিৰ নিমিত্তে অতি মনযোগ ৰূপে শিক্ষা দি থকা যেন বুঝা গল।

# মাতৃভাষা

১৬ বছৰ। নম্বৰ ২। ফেব্রুয়াৰি, ১৮৬১।

মাতৃভাষা, অৰ্থাৎ বঙ্গালি আৰু অসমীয়া আদি যি ভাষাৰে কিতাপ ৰচনা কৰোঁ তাকে চহা কি শাস্ত্ৰীয়, যি বিধ ভাষাৰে ৰচনা কৰা উচিত, এই বিষয়ে হিন্দু পাত্ৰিয়ত নামে এখন সমাচাৰ পত্ৰত এই ৰূপে লিখিছে, বোলে আমি মুখেৰে কথা বাৰ্ত্তা হোয়াৰে আৰু কিতাপ ৰচনা কৰা ভাষাৰে মাঝত যিমান ভিন্ন হৈছে, সেইমান ভিন্ন হোয়া যে অতি অনুচিত, ইয়াত এ্কো সংশয় নাই। কথা কওঁতে যেনে বিধ মানুহ থাকোঁ, পুথী ৰচনা কৰিবলৈ বা অন্য কোনো কথা লিখিবলৈ ধৰিলে, আমি একেবাৰে অন্য বিধ মানুহ হওঁ। চলিত ভাষাৰে যি যি কথা কোয়াকুই কৰোঁহক, সেই সকলো কথাৰ পৰা নিশ্চেই আঁতৰ হৈ, কোনো সাস্ত্ৰীয় বা সংস্কৃত কথা পাবলৈ বাঞ্চা কৰি মুৰ খুন্দিয়াবলৈ ধৰোঁ। এই কথা কোনো প্ৰকাৰে ভাল ন হয়; সেই ৰূপে কৰিলে, তিৰোতাৰ শিক্ষা হবলৈ প্ৰায় অসাধ্য হব।

আৰু অন্য কোনো পুথি ৰচনা কৰ্ত্তাবিলাকে সমূলি পৃথক ৰূপে কৰে; অৰ্থাৎ যি যি কথা কিছু সংস্কৃতৰ তুল্য, সেই সকলোলৈ ভয় কৰি, অকল চহা আৰু সামান্য ভাষাৰে যে ৰচনা কৰে এনে কথাও ভাল ন হয়। কিন্তু যি প্ৰধান আৰু উত্তম পথ, তাক মাঝত হে পোয়া যায়, অৰ্থাৎ যি ভাষাৰে ৰচনা কৰিলে বা লিখিলে অপণ্ডিত আৰু তিৰোতা মানুহেও বুঝিব পাৰিব, এনে ভাষাৰেই লিখা বা ৰচনা কৰা উচিত।

হিন্দু পাত্ৰিয়ত পত্ৰে যি বুদ্ধি দিছে, তাক আমি অতি ভাল পাওঁ; আৰু আমাৰ অসমীয়া পণ্ডিত আৰু বাবু লোক সকলেও তাক ভালকৈ বিবেচনা কৰি দেখোক; কিয়নো, দেখা, যদি কিবা লিখোঁ, তেন্তে কি কাৰণে তাক ৰচনা কৰোঁ? আমাৰ আপোনাৰ জ্ঞান প্ৰকাশ কৰিবলৈ নে? নতু লোকক হিত জ্ঞান দিবৰ নিমিত্তেহে ৰচনা কৰোঁ? অৱশ্যে জ্ঞান দিবৰ নিমিত্তেহে, আৰু কোনো অবাটে যোয়া লোকক ঘাই বাটলৈ অনাবৰ নিমিত্তে আমি ৰচনা কৰোঁ। এশ দুখিয়া মানুহৰ নিমিত্তে কোনো দয়ালু এজনে ভোজ



পাতোঁ বুলি পাছে যদি সেই আহাৰবোৰ তিনি চাৰি জন ওখ মানুহে মাথোন ঢুকি পাব পৰা ওখ চাঙ্গত থয়, আৰু সিহঁতৰ বাঝে তাক অন্য কেৱে ছুব নোয়াৰে, তেন্তে এনে শ্ৰমত সেইজনৰ নো কি লাভ? তেনেকৈ লোকক যদি জ্ঞান ৰূপ অহাৰ খুয়াব খোঁজো, তেন্তে যি ভাষাত লোকবিলাকে সেই জ্ঞান ভালকৈ বুঝিব পাৰিব, এনে ভাষাৰে লিখাই উচিত। কোনো মতে লোকৰ মনত যদি হিত উপকাৰৰ জ্ঞান সুমাই দিব পাৰোঁ, সেয়েহে প্ৰধান কথা। ভাষাকো হেলা কৰাৰ প্ৰয়োজন নাই; তথাপি ভাষাতকৈ জ্ঞানহে ঘাই কথা। ভোক লগা মানুহে খাই তৃপ্তি পোয়াই প্ৰধান কথা, কিন্তু সেই বুলিয়েই তাক গাঁততো খুয়াব নে লাগে, আৰু নৌ খাওঁতেই পৰ্ব্বততো উঠিব নে লাগে। সকলো কাৰ্য্যত মধ্যম ভষাই উত্তম; কিন্তু কেতিয়াবা কেতিয়াবা যদি সংস্কৃত কথাৰো প্ৰয়োজন থাকে, তেন্তে তালৈকো আমি ভয় কৰিব নে লাগে।

# অৰুণোদয় পঢ়া লৰাবিলাকৰ প্ৰতি

১৬ বছৰ। নম্বৰ ৪। এপ্ৰিল, ১৮৬১।

শ্ৰীমতী ওয়াৰ্দ মেম চাহাবে আপোন সন্তান সৰু লৰাঁলৈ যি পত্ৰ লিখিছিল, তাকে এক ইংৰাজি সম্বাদ পত্ৰৰ পৰা ভাঙ্গি ইয়াত দিয়া হৈছে।

হে পৃয় লৰাসকল, তোমালোকে এই অৰুণোদয় জ্ঞান ভণ্ডাৰৰ পৰা মাহে মাহে কোনো নতুন নতুন জ্ঞানৰ কথা পায়, তাক পঢ়ি আপোন আপোন মন ৰূপ ভণ্ডাৰত জ্ঞান সাঁচি থৈচাহঁক, বুলি মই আশা কৰিছোঁ। এই মাহৰ অৰুণোদয়ত যেন আৰু এক নতুন কথা পায় আপোনাৰ মন ৰূপ ভণ্ডাৰত সাঁচি থবা, এই নিমিত্তে তোমালোকৰ হিতলৈ এটি কথা লিখোঁ।

তোমালোক সকলোএ মহাসাগৰৰ কথা কেতিয়াবা কেতিয়াবা শুনিছা; তথাপি সি কেনে, আৰু তাৰ ওপৰত জাহাজবিলাক বা কি ৰূপে চলি দেশ বিদেশলৈ অহা যোয়া কৰে, তাৰ একো কথা ভাল ৰূপে তোমালোকে বুঝিব নো পোয়া। এই হেতুকে তোমালোকে বুঝিবৰ নিমিত্তে মই তাৰে কিচু কথা ইয়াত লিখোঁ।

প্ৰথমে মহাসাগৰৰ কথা অলপ কওঁ, তোমালোকে কেতিয়াবা কেতিয়াবা বাৰিষাৰ কালত কোনো কোনো বৰ বৰ দ পথাৰবোৰত বাঢ়নী পানী দেখিছা, ন হয় নে? সেই বাঢ়নী পানীক বান পানী, বা জলাহ বোলে। বাৰু সেই মহা সমুদ্ৰ এনে এক মহা জলাহৰ নিচিনা, অৰ্থাৎ আমাৰ এই অসম দেশ গোটেই খনৰ ওপৰত যদি এনে বাঢ়নী পানী হয়, তেতিয়া তাক কেনে মহা জলাহ দেখা যাব! কিন্তু তাতকৈও মহা সাগৰ অনেক অনেক গুণে দীঘল আৰু বহলো; তোমালোকৰ সৰু মনৰ ভাবনাৰে তাক বুঝিবলৈ কঠিন হয়। এতেকে সেই কথা এৰি, মহা সমুদ্ৰৰ পানীৰ কথা অলপমান কওঁ। সমুদ্ৰৰ পানী তোমালোকে কেনে বুলি ভাবিছাহঁক? আমাৰ দেশৰ বৰ বৰ পুখুৰিৰ, বা বিলৰ, নতুবা ধীৰে বৈ যোয়া নদীৰ পানী যেন বুলি ভাবিছা নে? তেনে নহয়। সাগৰৰ পানী হলে কেৱল লোনা, মুখত দিবই নোয়াৰি; আৰু উথলি থকা পানীৰ দৰে ধুমুহা বতাহৰ দ্বাৰায় সাগৰখন সদায় অথিৰ হৈ থাকে। কিন্তু সামান্য বতাহত হলে প্ৰায়ে থিৰ হয় কেতিয়াবা ধুমুহা বতাহৰ দ্বাৰায় তাৰ ঢৌ পৰ্ব্বতৰ সমান ওখ হৈ ওপৰলৈ উঠে; পাছে আকও তললৈ পৰে। তেতিয়া যি যি জাহাজবিলাক সাগৰৰ ওপৰত চলি যায়, সেইবোৰক তেনে ঢৌৰ আফালনীত পৰ্ব্বতৰ সমান ওখকৈ তুলি নিয়ে, আৰু পুনৰায় নিশ্চেই তললৈ পেলাই দিএ। এই ৰূপে বৰ ধুমুহা বতাহৰ দ্বাৰায় জাহাজবিলাক সাগৰৰ ওপৰত ঢলঙ্গ পলঙ্গ হৈয়ে চলি থাকে।



মোৰ পৃয় লৰাবিলাক, সমুদ্ৰৰ ওপৰত যদি জাহাজবোৰ এনে ঢলঙ্গ পলঙ্গ কৰি ফুৰে, তেন্তে সি কলৈ গৈছে, আৰু তাৰ বাট বা কেনি হয়, কি জানি তোমালোকে এই কথা সুধিবৰ ইচ্ছা হব। বাৰু, সেই কথাময় তোমালোকত বুঝাম। সাগৰ হলে, ময় ওপৰে কোয়াৰ দৰে অতি ডাঙ্গৰ, আৰু তাৰ ওপৰেদি দেশ বিদেশলৈ অহা যোয়া কৰি ফুৰা জাহাজৰ লোকবিলাকে ওপৰত সূৰ্য্য, চন্দ্ৰ আৰু তৰাবিলাক, আৰু তলত সাগৰৰ নীল বৰণীয়া অগাধ পানী, ইয়াত বাঝে পৰ্ব্বত, মাটি, বা গছ গছনী, এনে একো বস্তু দেখা নে পায়। আৰু আলি বাটৰ ওপৰেদি ৰথ, গাঁৰি আদি গলে, বাটত যেনেকৈ ৰথৰ চক্ৰৰ চিন বহি যায়; তেনেকৈ সাগৰৰ ওপৰে দি অনেক অনেক জাহাজ চলি থাকিলেও, আৰু পানীত বহু দলৈকে জাহাজ বহি গলেও, পানীৰ ওপৰেদি জাহাজ অহা যোয়া কৰাৰ একো চিন নৰয়। তথাপি তেনে মহা সাগৰৰ ওপৰতো জাহাজী লোকে বৰ বুদ্ধিৰ দ্বাৰায় আপোন জাহাজ চলাই নিয়ে। যেনেকৈ চিপাহীৰ ওপৰত একো জন কাপ্তান চাহাব অৰ্থাৎ সেনাপতি থাকি, সেনাক ৰণ কৰিবলৈ শিক্ষা দি যুদ্ধৰ সময়ত আপোনাৰ সেনাবিলাকক চলাই, সেই ৰূপে জাহাজবোৰৰ ওপৰতো একো একো জনা কাপ্তান চাহাব থাকে; সিবিলাকে অতি জ্ঞানেৰে জাহাজ কলৈ যাব লাগে, আৰু তাৰ বাট বা কেনি হৈছে, সেই কথা ঠিককৈ বুঝে; কিয়নো তেওঁৰ হাতত চম্বুক লোহা ৰাখি, তাৰ দ্বাৰায় পুব পশ্চিমৰ সীমা বিশেস ৰূপে বুঝিব পাৰে। আৰু তাৰে সৈতেই জাহাজৰ বাট জানি তাক চলাই নিয়ে।

এই ৰূপে, মোৰ পৃয় লৰাসকল, কাপ্তান চাহাবে অতি বুদ্ধি আৰু জ্ঞানেৰে চম্বুক লোহাৰ কম্পাচেৰে, আৰু দুৰ্ব্বিন আদিৰে জাহাজ চলাব পাৰে। সিবিলাকে সমুদ্ৰৰ ওপৰে যাওঁতে প্ৰায় দিনে দিনে অন্য অন্য অহা যোয়া কৰা অনেক জাহাজৰ লগ পায়। কোনো কোনো জাহাজ নিশ্চেই ওচৰে দি যায়, কোনোবিলাক এনেহে আঁতৰা আঁতৰি হৈ যায়, সেইবোৰক প্ৰায় আকাশত উৰি ফুৰা সৰু সৰু চৰাইবিলাকৰ নিচিনাহে দেখে। যেতিয়া ধুমুহা ন বলাই, তেতিয়া সাগৰৰ পানী প্ৰায়ে থিৰ হৈ থাকে, আৰু জাহাজবিলাকো শুথিৰে চলি যায়; কিন্তু যেতিয়া অতিশই ধুমুহা বতাহ বলাবলৈ ধৰে, তেতিয়া জাহাজ

চলিবলৈ কিছু টান। আৰু কোনো সময়ত সাগৰৰ মহা প্ৰচণ্ড ঢৌ জাহাজৰ ওপৰত যদি পৰে, তেতিয়া জাহাজেই হানি হোয়াৰ শঙ্কা থাকে। আৰু ৰাতিতো কেতিয়াবা সমুখে অহা আন জাহাজলৈ ভয় থাকে; কিয়নো কোনো এন্ধাৰ নিশাত যদি আপোনাৰ সমুখে অহা আন জাহাজে সৈতে অকস্মাত খুন্দা খায়, তেতিয়া প্ৰায় দুয়ো খন জাহাজৰেই হানি হয়। এয়ে অতি ভয়ানক ঘটনা। এই ৰূপ ঘটনাৰ দ্বাৰায় বছৰে বছৰে বহু জাহাজী লোকৰ প্ৰাণ বিনষ্ট হয়।

ইমানতে ময় এই কথাৰ শেষ কৰোঁ; কিন্তু মোৰ পৃয় লৰাবিলাক, যদি ঈশ্বৰৰ অনুগ্ৰহত কুশলে থাকোঁ তেন্তে মাঝে মাঝে তোমালোকলৈ কোনো কোনো উত্তম কথা অৰুণোদয়ত দিবলৈ ময় যতন কৰিম। ইতি

ন, ল, ফ



# স্ত্ৰী-শিক্ষা।

১৬ বছৰ, নম্বৰ ৪, এপ্ৰিল ১৮৬১।

অৰুণোদয় পঢ়া সকলৰ মনত থাকিব পায়, আমি যোয়া এমাহৰ অৰুণোদয়ত বঙ্গাল দেশৰ তিৰোতাবিলাকক বিদ্যা নি শিকোয়াৰ পৰা পুৰুষবিলাক যে ব্যভিচাৰ কামত ে হৈছে সেই বিষয়ে "হিন্দু পেট্ৰিয়ট" পত্ৰত যি কথা লিখিছিল তাক আমাৰ পাঠকসকলে জানিবৰ কাৰণ ভাঙ্গি অৰুণোদয়ত প্ৰকাশ কৰিম বুলিছিলোঁ। এতিয়া তাক তলত লিখিলোঁ; পঢ়া সকলে পঢ়ি সন্তোষ পাব; কাৰণ সম্পাদকে যি কথা লিখিছে সি অতি সুন্দৰ আৰু সঁচা।

সেই পত্ৰত লিখিছে, বোলে, "অনেকে কয়, যে আমি অনুচিত ৰূপে আমাৰ দেশীবিলাকৰ পক্ষপাতি কৰোঁ, আৰু তেওঁবিলাকৰ স্বভাৱত যি দোষ আছে, তাকোঁ ভাল বোলোঁহক। তেওঁবিলাকে তেনেকৈ কওক; কিন্তু যি দোষে মনে মনে আমাৰ দেশী সমাজৰ ধৰ্ম্ম নীতিবিলাক নষ্ট কৰিব লাগিছে, তাক আমি নে দেখি থকা নাই। আমাৰ দেশৰ যিবিলাকে নন্দকুমাৰক "ফাঁশী" দিয়া দেখিলে, আৰু যিবিলাক লোক এই দেশৰ "দহ বচৰীয়া বন্ধবস্ত" হওঁতে বৰ্ত্তমান আছিল, আমি তেওঁবিলাকৰ কথা নকওঁ; কাৰণ তেওঁবিলাক হিন্দু শাস্ত্ৰৰ যৰ্থাথ মত আৰু ধৰ্ম্মৰ দৰে চলিছিল। আৰু এতিয়াৰ বিবেচনা অনুসাৰে সেই ধৰ্ম্ম আৰু সেই মতৰ মুল যেই কি ন হওক; তথাপি আমাৰ বোপাই, দদাইবিলাক সকলো কামত সেই সেই নিয়মৰ দৰেই চলিছিল। তেওঁবিলাকৰ নীতি শাস্ত্ৰে ভাল, বেয়া, পাপ আৰু পুণ্যৰ মাঝত সীমা নিৰূপণ কৰি কৈছে, বোলে, "ইমানলৈহে যাবা, ইয়াতকৈ বাঢ়ি নে যাবা।" কোনো যৰ্থাথ হিন্দুএ সেই সীমা ভাঙ্গি এখোজো আগ বাঢ়ি যাব নোয়াৰে। এই ৰূপেই তেতিয়া অধৰ্ম্ম আৰু পাপৰ পৰা ৰক্ষা হবৰ বহুত উপায় আছিল। কিন্তু পশ্চিম ফালৰ পৰা যি ধৰ্ম্ম আৰু সমাজৰ নিয়ম এই দেশত প্ৰবেশ হৈছে, তাৰ দ্বাৰা ভাৰত বৰ্ষৰ ব্যাস আৰু মনুএ বিধান কৰা ধৰ্ম্ম হিন্দু জাতিৰ মনৰ পৰা ইমান হে লৰিছে, যে সি পুনৰায় আগৰ নিচিনা হোয়া টান। মহাৰাষ্ট্ৰীবিলাকৰ ভয়ত কঁপি থকা পুৰ্ব্বপুৰুষবিলাকতকৈ এতিয়াৰ যুবা বঙ্গালবিলাকৰ মত, ভাত, কাপৰ, মন আৰু আচাৰ বেৱহাৰ সমুদায় বেলেগ। কিন্তু এই

ৰূপ সলনি হোয়াৰ পৰা কিবা ভাল হৈছে নে, বেয়া হৈছে তাকেহে কোয়া টান। তথাপি এইটো কথা সঁচা যে, আমাৰ দেশত বৰ্ত্তমান আচাৰ ব্যৱহাৰ দেখি তাৰ কোনো বন্ধুএ সন্তোষ পাব, বা গৰ্ব্ব কৰিব নোয়াৰে। আৰু জ্ঞান বিদ্যাৰ আলোচনা এই দেশত ইমান ৰূপে নোহোয়া হলে, কেতিয়াবা যে আমাৰ দেশী সকলৰ নীতি চৰিত্ৰ ভাল হ'ব, এনে আশা একেবাৰেই নাইকিয়া হলহেঁতেন। সঁচা কথা কলে, প্ৰায় কোনেও ভাল নে পায়, তথাপি কোনো কোনো সময়ত তাক নকৈ থাকিব নোয়াৰি। এই কাৰণ যদি আমি এতিয়ালৈকে আমাৰ দেশী সকলৰ প্ৰতি ফিৰিঙ্গীবিলাকৰ অহিত আচৰণ নিবাৰণ কৰিবলৈ চেষ্টা কৰা উচিত বোধ কৰিছোঁ, আৰু যদি আমি মিছা অপবাদ আৰু দৌৰাত্ম্যৰপৰা আমাৰ দেশৰ প্ৰাধান্য ৰাখিবলৈ উপায় কৰিছোহঁক, তেন্তে যিবিলাকৰ নিমিত্তে আমি ইমান চিন্তিত হওঁ, আৰু যাৰ কল্যাণ বঢ়াবলৈ আমাৰ অধিক শক্তি ন থকা বাবে বেজাৰ পাওহঁক, তেওঁবিলাকৰ পাপ আৰু দোষ তেওঁবিলাকক দেখোয়াটো আমাৰ কৰ্ত্তব্য কাম।

যুবা বঙ্গালী সকলৰ নিচিনা সমাজৰ অস্থিৰ অৱস্থাৰ আন আন দোষৰ মাঝত ৰাগী লগা বস্তু পান আৰু পৰস্ত্ৰী গমন কৰা, এই দুটাই প্ৰধান। বঙ্গাল দেশ এই নিয়মৰ বাহিৰ ন হয়। অনেক উপহাস কাৰী গীত, কৌতুক জনক ভাৱনা, মিশ্যনৰী চাহাব, টেকচাঁদ ঠাকুৰ আৰু মাইকেল দত্তৰ কিতাপ, এই বিলাকেই তাৰ প্ৰমাণ। সেইবিলাকে যুবা বঙ্গালীবিলাকৰ মদ খোয়াৰ দোষ সম্পূৰ্ণ ৰূপে প্ৰকাশ কৰিছে। কিন্তু বোধ হয়, কোনেও এই পৰ্যন্ত ইয়াতকৈও ডাঙ্গৰ আনটো পাপৰ বিষয় প্ৰকাশ কৰিবলৈ উদ্যোগ কৰা নাই। কোনো কোনো ভদ্ৰলোকে সেই কামৰ বাঝ আছে হয়; কিন্তু তেওঁবিলাকৰ সংখ্যা এনেহে কম যে, আমি ভাবিছোঁ, প্ৰায় সকলো যুবা বঙ্গালীকে এই দোষৰ দোষী বুলিব পৰা যায়। যদিও সেই কামত আমাৰ বৰ বেজাৰ লাগে, তথাপি আমি তাৰ বিষয় নকৈ থাকিব নোয়াৰোঁ। আৰু সেই দুষ্ট কৰ্ম্ম দূৰ কৰিবৰ উপায় বিচাৰিবলৈ প্ৰাৰ্থনা ন কৰিও থাকিব নোয়াৰোঁ; কাৰণ এই কুকুৰমে মনে মনে তেওঁবিলাকৰ নীতি ধৰ্ম্ম আৰু পৰিয়াল ভিতৰৰ সুখ শান্তিকো নষ্ট কৰিব লাগিছে; আৰু সি কেতিয়াবা গোটেই দেশী সমাজক এক মহা হীন অৱস্থাৰ খালত পেলাব।

আমাৰ স্ত্ৰী পৰিয়ালৰ নীতি ধৰ্ম্ম সকলো জাতিতকৈ উত্তম, এই যে এটা আমাৰ গপ আছিল, যুবা বঙ্গালিবিলাকে তাৰো শেষ কৰিবৰ উপক্ৰম কৰিছে। অনেকে কয়, এই পাপ পৃথিবীৰ সকলো ঠাইতে আছে, আৰু যি ইংৰাজ সকল এতিয়া আমাৰ আচাৰ ব্যৱহাৰৰ আৰ্হি স্বৰূপ হৈছে, তেওঁবিলাকৰো অনেকৰ মাঝত এই পাপ অধিক ৰূপে চলিছে। এই কথা সঁচা হব পাৰে, কিন্তু ভাবি চোয়া উচিত যে, বিলাত দেশত অনেক তিৰোতা আৰু মতা মানুহে বিয়া নকৰাকৈ থাকে। কিন্তু আমাৰ ইয়াত বঁৰলা মানুহ প্ৰায় পোয়া নেযায়; আৰু দহ বছৰলৈকে বিয়া নহৈ থকা এজনী চোয়ালী পোয়াও অসম্ভৱ। সুতৰাং বিবাহৰ নিয়ম ন ভঙ্গাকৈ কোনো হিন্দুএ বেশ্যাৰ ঘৰত সোমাব নোয়াৰে।



বিয়া নৌ কৰাওঁতে বেশ্যা গমন কেৱল অধৰ্ম্ম, কিন্তু বিয়া কৰাৰ পাছত সি অপৰাধ হয়। এই নিমিতে হিন্দুবিলাকে তাক বৰ্দ্ধিত নকৰি, একে বাৰেই এৰি পেলোয়াহে উচিত। ফলতঃ যেতিয়ালৈকে তাৰ কাৰণবিলাক থাকে তেতিয়ালৈকে সি দূৰ হোয়া অসম্ভৱ। কোনো প্ৰকাৰ বিদ্যা, কোনো প্ৰকাৰ শাসন আৰু কোনো প্ৰকাৰ ৰাজ নিয়মেও এই নীতি-ৰোগক উপশম কৰিব নোয়াৰে। ইয়াৰে কেৱল এটা মাথোন উপায় আছে; যি পৰ্য্যন্ত সেই উপায় কৰা নে যায়, তেতিয়ালৈকে যুবা বঙ্গালীবিলাকৰ স্বভাৱ শূচি নহয়।

এইটো কথা সম্বাদ পত্ৰত বিবেচনা কৰা টান। তথাপি এই কুকৰ্ম্ম চলাৰ এটা কাৰণ পষ্ট ৰূপে দেখাব পাৰি। যুবা বঙ্গালীবিলাকৰ গাত যেইকি দোষ নে থাকোক, তেওঁ তেওঁবিলাকৰ মনৰ বোধ আৰু কল্পনা অতি প্ৰবল, আৰু তেওঁবিলাক বৰ সমাজ-প্ৰিয়। তাতে সিবিলাক যিবোৰ অধম লোকৰ গুৰিলৈ ইমানকৈ খেদি যায়, সিহঁতৰ শৰীৰ আৰু মনত অনেক গুণ থকা হেতু তেওঁবিলাক সেই পাপৰ ঠাইলৈ টানি নিয়া য়। যুবা বঙ্গালীবিলাক বিদ্বান মানুহ; সুতৰাং আন আন জ্ঞানী মানুহৰ নিচিনাকৈ তিৰোতাৰ সঙ্গ বৰ ভাল পায়; কাৰণ ঈশ্বৰে নিয়ম কৰি দিছে যে, পুৰুষ স্ত্ৰীৰ অনুৰক্ত হব। এই নিমিত্তে সেই প্ৰকাৰৰ সকলোতকৈ ভাল সঙ্গ যত পোৱা যায়, তেওঁবিলাক তালৈ গলে, তাত দোষ দিয়া উচিত ন হয়। যতে তিৰোতাই তেওঁবিলাকক সমাদৰ কৰে, তেওঁবিলাকে তালৈকে খেদি যায়। ব্যৱসায়ত থকা মতা তিৰোতা দুয়ো বিধে নিজ নিজ ব্যৱসায় ভাল ৰূপে কৰে; তাতে তিৰোতাই মুনিহৰ দুৰ্ব্বল মনক বশ কৰিব নোয়াৰে বুলি ভাবিলে, সিহঁতৰ চতুৰতাত বিশ্বাস নকৰা হয়।

তিৰোতাবিলাকে যুবা বঙ্গালীবিলাকৰ মনৰ ভাব ভালকৈ বুঝে; আৰু তেওঁবিলাকে যিহকে ভাল পায়, আপুনিও তাকে কৰে। যুবা বঙ্গালীবিলাকে নাচ, বাজনা ন জনা ভাল পায়; এই কাৰণ সিহঁতৰ ভিতৰত নাচিব আৰু বজাব এনে তিৰোতা নাই। আমাৰ ইয়াত যে সামান্য তিৰোতাবিলাকক নাচ, বাজনা শিকাই অনেক মানুহে বিস্তৰ লাভ কৰে, এই কথা আমাৰ পাঠক সকলক জনাবৰ কাম নাই। তিৰোতাই পুথী পঢ়া দেখিলে, যুবা বঙ্গালীএ ৰঙ্গ পায়; আৰু তিৰোতাৰ হাতৰ লিখা পঢ়িবলৈ পালে আনন্দিত হয়। ইয়াকে সিহঁতে ভাল ৰূপে জানি সেই কামত আপোনাক পাৰক কৰিছে। কলিকতাত এই শ্ৰেণীৰ তিৰোতাবিলাকৰ মাঝত যাৰ আন আন গৃহসজ্জাৰ ভিতৰত এখান ভাৰত চন্দ্ৰৰ বিদ্যা সুন্দৰ, বিদ্যা সাগৰৰ বেতাল পঞ্চবিংশতি, নাইবা তাৰানাথ শৰ্ম্মাৰ কাদম্বৰী কিতাপ নাই; এনে এজনী তিৰোতাও নাই। আৰু চিঠি লিখিব নজনা তিৰোতাও সিহঁতৰ নিছেই তাকৰ। বিশেষ সিহঁতৰ অধিকাংশই ভালৰ ঘৰত জন্মিছে, বাহিৰে দেখিবলৈও সুয়নী আৰু সজ ব্যৱহাৰো জানে; তাত বাঝে যিবিলাক গুণৰ দ্বাৰা মানুহৰ আদৰ পাব পাৰে, সেই সকলো গুণ সিহঁতৰ গাত আছে। এই হেতুকে সিহঁতৰ সঙ্গত বৰ আমোদ পোয়া যায়। যুবা বঙ্গালীবিলাকে গোটেই দিন পৰিশ্ৰম কৰি যি এফেৰি আজৰি পায়, তাক

এনে ঠাইত এনে সঙ্গীএ সৈতে ন কটালে, আন ঠাইত ক'ত সুখ পাব? এই ঠাইত তেওঁবিলাকে 'খেমটা' নাচৰ ঘুঙ্গুৰৰ গুণ গুণ সব্দ আৰু তবলাৰ মধুৰ মাত আৰু তাৰ মাঝে মাঝে দুটি এটি হিন্দুস্থানী মিঠা গানৰ দ্বাৰা আপোনাৰ নিস্তেজ মন আৰু প্ৰাণক সজীব কৰি যেতিয়া ন বজাত তোপ, নাইবা দহ বজাত গির্জ্জাৰ ঘন্টা শুনে, তেতিয়া অতি অনিচ্ছাৰে, বাট চাই থকা তিৰোতা আৰু ঘৰৰ ফাললৈ লাহে লাহে বিদায় লয়।

এই খিনিতে কোনো বিদেশী মানুহে শুধিব পাৰে যে, নাচ বাদ্যৰ নির্দ্দোষ আমোদ যুবা বঙ্গালীএ নিজ ঘৰত আৰু পৰিয়ালৰ ভিতৰত নো নে পাই নে? যুবা বঙ্গালীৰ সহধৰ্ম্মিণীয়ে লিখা-পঢ়া, আৰু নাচ, গান কৰি আপোনাৰ ৰঙ্গিয়াল স্বামীৰ উপযুক্ত সঙ্গিনী হব নোয়াৰেনে? ইয়াৰ উত্তৰ, হ য় নোয়াৰে। আমাৰ স্ত্ৰী পৰিয়ালৰ ভুত, ভৱিষ্যত আৰু বৰ্ত্তমান অৱস্থা ভাবি চালে, আমাৰ মনত যেনে বেজাৰ লাগে, তাতকৈ অধিক আন একোতো নেলাগে। এই কথা সঁচা, আমাৰ তিৰোতাবিলাক সুৰূপ আৰু লাবণ্যৰ আৰ্হি স্বৰূপা, পতিব্ৰতা ধৰ্ম্ম, নম্ৰতা, আৰু মাতৃ এবং ভগিনী স্নেহত সকলোতকৈ শ্ৰেষ্ঠা; অতিশয় ধৈৰ্য্যশীলা আৰু আপোনাৰ হানি কৰিও লোকৰ হিত চিন্তা কৰোঁতা; তথাপি সেইৰূপ গুণে মন আকৰ্ষণ কৰিব নোয়াৰে, আৰু উচিত প্ৰতিষ্ঠাও নেপায়। কাৰণ মুছলমানৰ পৰা শিকা আমাৰ পুৰণি নিয়মে সিবিলাকৰ কৰ্ম্মত বাধা জনমায়। এই কথাত আমাৰ যেনে অসুখ হয়, আৰু সি যিমান হানি কৰিব লাগিছে, তাক কবৰ ঠাই নাই। ভাৰত বৰ্ষৰ বাহিৰে সকলো দেশৰ নীতিৰ বিপৰীতে এই দেশৰ তিৰোতাবিলাকৰ ৰূপ গুণৰ আন একো লাভ নাই; সি কেৱল ঢাকি থবৰ নিমিত্তেহে হৈছে। আমাৰ তিৰোতা জেনিলিণ্ড বা মান্যৱতী পিকলোমিনীৰ তুল্য হলেও, তাই গীত গোয়া থাকোক, ঘৰৰ মাৰলীএও তাইৰ মাত শুনিব নে পায়। যদি তাই অতি উত্তম ৰূপে নাচিবৰ যোগ্যা হয়, তেওঁ হিন্দুৰ তিৰোতাই নচাটো দেৱতাৰ বস্তু চুৰ কৰাৰ সমান। লিখা পঢ়াও অতি অলপ দিনৰ পূৰ্ব্বলৈকে মহা পাপ বুলি গণ্য আছিল। আন কি? চলিত ৰীতিত বাঝে আন ৰূপে পিন্ধা উৰাও কম দোষ ন হয়। সুতৰাং যুবা বঙ্গালী বিলাকে ইংৰাজী ভাষাৰ আদি ৰস-ঘাটিত গপবিলাক পঢ়ি আৰু সেইবিলাক গপৰ পৰা তিৰোতাৰ গুণ আৰু কৰ্ত্তব্য কামবিলাক বুঝি নিজ তিৰোতাৰ লুকা-লুকিৰ নিচিনা আচৰণ বেয়া পোয়া একো আশ্চৰিত নহয়। আৰু আমাৰ ডেকাবিলাকে আপোনাৰ প্ৰবৃত্তি অনুসাৰে কিছু কাল আনন্দেৰে নিয়াবৰ মন কৰি, তেনে আনন্দ নিৰ্দ্দোষ ঠাইত নোপোৱা হেতু, ধৰ্ম্ম নষ্ট কৰি যে সেই আনন্দ যত পোৱা যায়, তালৈ যায়, ইয়াকো আমি আশ্চৰ্য্য নো বোলোঁ। তেওঁবিলাকে আপোন তিৰোতাৰ বোবা ৰূপ আৰু ফুচফুচিয়া কথা দেখি শুনি অসীম বেজাৰ পায়; তাতে হিয়াৰ মাঝৰ পৰা নিজ দেশ আৰু তাৰ ৰীতি নীতিক সাও দি বলিয়া মানুহৰ দৰে সেইবিলাক পাপৰ ঠাইলৈ লৰ মাৰে।

আমাৰ ডেকা ল'ৰাবিলাক আপোনাৰ জ্ঞান আৰু শিক্ষাৰ বিপৰীতে যে কুৰূম



কৰে, তাৰ এটা কাৰণ আমি দেখিলোঁ। মানুহে যেতিয়া যেনে আৱশ্যক বুঝে, তেতিয়া তেনে ৰূপেই চলে, সুতৰাং যুবা বঙ্গালীবিলাকে নীতি জনা মানুহৰ যি কৰ্ত্তব্য, তাক জানিব নোয়াৰাত থাকি অনীতি কৰে। ইয়াৰ কোনো প্ৰতিকাৰ নাই নে? বঙ্গাল দেশৰ মানুহবিলাকে ইয়াৰ সজ উপায় কৰিব নোয়াৰে নে? ইয়াৰ উত্তৰ অতি ঢিলা; আমাৰ তিৰোতাবিলাকক বিদ্যা শিকালেই ইয়াৰ প্ৰতীকাৰ হ'ব। কেৱল লিখা পঢ়া বিদ্যাই বিদ্যা নহয়। কিন্তু যিবিলাক গুণ বিদ্যাৰ দ্বাৰা তিৰোতাই সভ্য মানুহৰ মন আকৰ্ষণ কৰিব পাৰে, সেই আটাই বিদ্যা শিকাব লাগে। এই কাম যিমান টান বুলি ভবা যায়, আমাৰ বিবেচনাত সি তাৰ আধামানো টান ন হয়। আমাৰ মানুহবিলাকৰ মন কুসংস্কাৰেৰে আবৃত হোয়া হেতু, এই কামত অনেক বিঘিনি আছে, হয়; কিন্তু যেতিয়া কলিকতাৰ চাৰি ভাগৰ তিনিভাগ বাবু লোকে আমাৰ দেশৰ যৰ্থাথ মতবিলাক অৱহেলা কৰি দেখা দেখিকৈ ইংৰাজী "হোটেলত" ভাত আৰু মদ খাব পাৰে, তেতিয়া আমাৰ দেশৰ তিৰোতাবিলাকক পুনৰ জনম দিয়া স্বৰূপ উত্তম কৰ্ম্ম কৰিবলৈ তেওঁবিলাকে কিয় ভয় কৰে, তাৰ কাৰণ আমি নে জানোঁ।

তিৰোতাবিলাকক বিদ্যা শিকাই যুবা বঙ্গালীবিলকাৰ সঙ্গিনী হবৰ উপযুক্ত কৰা, যি পুৰণি আবৰণীএ তিৰোতাবিলাকক বাহিৰৰ পৰা ঢাকি থৈছে, তাক গুচাই পেলোয়া, আৰু সিহঁতক সিহঁতৰ পুৰুষ কুটুমবিলাকে সৈতে মুকলি মুৰে কথা বাৰ্ত্তা কব দিয়া; এয়ে হলেই বঙ্গাল দেশ আন আন সভ্য দেশৰ মাজত গণ্য হব; আৰু এতিয়া যিবিলাক পাপে আমাক মলিন কৰিছে, সেইবিলাক আপোনা আপুনি দূৰ হব।

# স্ত্ৰী-শিক্ষা।

১৬ বছৰ। নম্বৰ ৫। মেই, ১৮৬১

অনেকে কয়, যে আমাৰ তিৰোতাবিলাক অনেক কালৰে পৰা বন্ধ অৱস্থাত থকা হেতু এতিয়া একেবাৰেই মুক্তাবস্থা পালে, তাৰ পৰা ভাল হোয়া থাকোক অনেক দুৰ্গুণহে হব; কিন্তু আমি এনে কথাক ভাল বুলিব নোয়াৰোঁ। ভাপৰ জাহাজ আৰু ধূয়াঁৰ গাড়ীৰ পৰা যি অসীম উপকাৰ হয় তাৰে সৈতে তুলনা কৰিলে, তাহাঁতৰ থালি ফাটি যি অলপ অনিষ্ট হব পাৰে সি অতি ক্ষুদ্ৰ। কিজানি ধুঁয়াৰ গাড়ী চলাওঁতে তাৰ যন্ত্ৰ ভাগিব, নাইবা তাৰ চাক "ৰেইলৰ" বাঝ হৈ পৰিব, এই ভয়ত ভাপৰ গাড়ী চলাব নিদিয়াটো যুগুত নে? কেতিয়াও ন হয়। কোনো অনিষ্টই এনে উপকাৰতকৈ ডাঙ্গৰ হব নোয়াৰে। বিশেষ অধিক লাভৰ নিমিত্তে অলপ হানি হলে, সি হানি নহয়। কিন্তু কি হ'ব? তিৰোতাবিলাকক মুক্তাবস্থা দিয়াৰ গুণ আমাৰ দেশী সকলে বুজিব নোয়াৰে। তথাপি আমি কওঁ, যে আমাৰ কথাৰ দৰে আচৰণ কৰিলে এতিয়া যুবা বঙ্গালীএ যিবিলাক বিদ্যাধাৰীৰ পূজা কৰিছে, সিহঁততকৈ আমি ভাল তিৰোতা পাব পাৰিমহঁক।

আমাৰ দেশী সকলে ওপৰত লিখা কথা পঢ়ি, তাক বেয়া বুলিব নে পায়; আৰু অনেকে তাত মাস্তিও হ'ব। এই কাৰণ তেওঁবিলাকক জনাওঁ; যে যেতিয়ালৈকে তিৰোতাবিলাকক বিদ্যা শিকাই মুক্তাবস্থা দিয়া নে যায়, তেতিয়ালৈকে দেশৰ মঙ্গল হবৰ সম্ভাবনা নাই। এতিয়া ভাল মানুহৰ তিৰোতা আনৰ আগত ওলোয়া থাকোক, গিৰিয়েক আহিবৰ গম পালে "ডাঙ্গৰিয়া আহিছে বুলি" পাঁচ হাত মান ওৰণি লৈ, বাঘৰ ভয়ত গৰু পলোয়াদি চুকত সোমাইগৈ। ডাঙ্গৰিয়াজনাইও তিৰোতাক মৰম কৰিলে বা ভাল মুখে কথা কলে তিৰোতাই আশই পাব বুলি ঘৈণীয়েকৰ ফাললৈ কপালৰ গাঁঠী থোপা কৰিহে চায়, আৰু অনেক গালি পাৰিহে ঘৈণীয়েকক মাতে; আন কি? অলপ দোষতে ঘৈণীয়েকক (ছিঃ ছিঃ কি ঘিণৰ কথা!) পাৰে মানে মাৰে। আৰু যদি কোনোবাই ঘৈণীয়েকক অলপ মৰম কৰে আৰু ঘৈণীয়েকেও পৈয়েকে সৈতে মুকলি মুৰে কথা



বাৰ্ত্তা কয় আৰু হাঁহে, মাতে; তেন্তে তাক "তিৰোতা সেৰুয়া" আৰু ঘৈণীয়েকক নিলাজী বুলি আনে উপহাস কৰে। এইবোৰ কথা যে অতি গৰিহিত, ইয়াক কবৰ কাম নাই; আৰু যেতিয়ালৈকে দেশাচাৰৰ দাস হৈ, মানুহে এই ৰূপে আচৰণ কৰে, তেতিয়ালৈকে দেশৰ মঙ্গল হবৰ আগন্তুক নাই। তিৰোতাৰ প্ৰতি যেনে আচৰণ কৰিব লাগে, তাকে হিন্দু শাস্ত্ৰত ভাল ৰূপে লিখিছে; তথাপি যিবোৰ মানুহে শাস্ত্ৰৰ শৰণ দি অষ্টমীত মাছ নে খায়, সেইবোৰ মানুহেই সেই শাস্ত্ৰৰ কথা দলিয়াই পেলাই তিৰোতাৰ প্ৰতি অনুচিত ব্যৱহাৰ কৰে, ইহে অতি আচৰিত। অতএব হে আমাৰ 'দেশী সকল! তোমালোকে তোমালোকৰ তিৰোতাৰ অহিতে যি কুসংস্কাৰ আছে, তাক এৰি পেলাই, সিহঁতক জ্ঞান বিদ্যা শিকাই উত্তম সঙ্গী জ্ঞান কৰা; কাৰণ সিহঁত তোমালোকৰ শৰীলৰ এফাল আৰু উত্তম বন্ধু।'

এই সময়তে আৰু এটি কথা মনত পৰি বৰ বেজাৰ লাগিছে; সেয়ে এই যে বিয়াৰ পূৰ্ব্বে আমাৰ দেশৰ মতা তিৰোতাই পৰস্পৰ দেখা শুনাকৈ দুইৰো দুইতো মন মিলে নে নিমিলে, তাক বুঝিবলৈ নে পায়। জীয়াই থকা যায় মানে যাৰে সৈতে পৰম বন্ধু ভাবে থাকিব লাগিব, তেওঁৰ নো ৰূপ গুণ কেনে, তাক নে জানি যে বন্ধুতা কৰা যায়, ইয়াতকৈ অসুখৰ কথা আন কি আছে? এই কাৰণেই আমাৰ দেশত অনেক মতা তিৰোতাৰ অমিল অপ্ৰীতি হৈ, বৰ অসুখ হয়। আৰু যেতিয়ালৈকে এই নিয়ম চলি থাকে, তেতিয়ালৈকে আমাৰ গৃহ সুখ হবৰ আগন্তুক নাই।

হ.চ.

# গৰগাওঁ নগৰৰ কথা।

১৬ বছৰ। নম্বৰ ৬। জুন ১৮৬১।

এই অসম দেশৰ আদি পুৰাতন মহা নগৰ যি গৰগাওঁ, সেয়ে .বহু কালৰে পৰা উচ্ছন্ন হৈ আছে; আৰু তাত কাৰেঙ্গ নামে পাঁচ মহলাৰ এটা ওখ অট্টালিকাও আছে, তাৰ তুল্য পকি ঘৰ এই দেশত আৰু নাই। সেই কাৰেঙ্গ সজাৰ ভালেমান শ বছৰ হ'ল তথাপি তাৰ এখনি ইটাও আজিলৈকে খহি পৰা নাই। এনে ঘৰটী যে আজিলৈকে অৰণ্যৰ মাঝত থাকি মলিন হৈ আছে, আৰু তাক আওঁ তাওঁতা যে কোনো নাই, অকল সেয়েহে দুখৰ কথা। সম্প্ৰতি জিল্লা শিৱসাগৰৰ বিজ্ঞবৰ শ্ৰীযুত মুনশী কেফায়ৎউল্লা ক্ষমতাসম্পন্ন সদৰামীনে সেই মনোৰঞ্জন ঘৰত সাধাৰণ ৰূপে মানুহৰ সভা হব পৰাকৈ পৰিস্কাৰ কৰাই, গত জেঠ মাহৰ প্ৰথম দিবসত ওপৰ মহলাত নেগেৰা আদি বাদ্য, তাৰ নামৰ মহলাত গান আৰু তাৰ ত লৰ মহলাত ভোজনৰ ঠাই নিৰূপণ কৰি অতি সমাৰোহ অপূৰ্ব্ব ৰূপে সভা সম্পাদন কৰিলে। সভাস্থ মৰামৰা সত্ৰৰ শ্ৰীযুত অধিকাৰী গোসাঁই আৰু ডেকা গোসাঁই আদি দৰ্শক প্ৰায় ৪০০।৫০০ লোকৰ কম নাছিল। এই জিন্ন উদ্ধাৰ আৰু আনন্দসূচক ব্যাপাৰ সকলোৰে সন্তোষজনক হৈছিল। এতিয়া সেইঘৰত অনায়াসে সভা সম্পাদন হব পাৰে, ইয়াত কোনো সংশয় নাই।

হে পাঠক সকল, আপোনাসকলৰ বিবেচনাৰ কৰ্ত্তব্য যে তেলিয়াৰ মুৰত তেল দিয়াতকৈ কুপহুয়াৰ মূৰত তেল দিয়াহে প্ৰশংসাৰ কথা। যেতিয়া বহু দিনিয়া বন্ধ হৈ থকা বাটটি মুকলি হ'ল, তেতিয়া নে দেখাবিলাকেও আহি বন্নিত ৰজা সকলৰ সদকীৰ্ত্তি আৰু যন্ত্ৰৰ প্ৰতি মনোযোগ কৰাই আনন্দৰ কথা।

যৰ্থাথ বক্তা।



# কানী এৰাবৰ কথা।

১৬ বছৰ। নম্বৰ ৬। জুন, ১৮৬১।

আফু আৰ্জ্জিবলৈ নিষেধ হোয়াৰে পৰা অসম দেশৰ মাজত অনেক লোকে কানী খাবলৈ এৰিছে বুলি আমি অনেকৰ পৰা শুনিছোঁ। তাৰ নিষেধ হোয়াতেই যদি এনে ফল ওলাবলৈ ধৰিছে, তেনে অসম দেশী লোকৰ নিমিত্তে আশাও হব পাৰিব; কিয়নো কানীৰ কাৰণেই দেশ নষ্ট আৰু উচ্ছন্ন হৈ গৈছে। মানুহবিলাক অলপ দিনহে মাথোন জীয়াই থাকে, কাৰণ কানী খোয়া হেত্তকেই শৰীল নিৰ্ব্বলী আৰু তাৰ জীৱৰ ৰসবো হানি হোয়াত সকলো বিধ ৰোগে শীঘ্ৰে ধৰেহি, আৰু পাচে ঔষধৰ দ্বাৰায়ো একো ফল নধৰে, আৰু স্বস্থ হবলৈকো অতি কঠিন। এই কাৰণে মাউৰ আৰু গ্ৰহণী আদি টান ৰোগত অসম দেশী লোক অতি শীঘ্ৰে মৰি মৰি যোয়াত দীৰ্ঘ আয়ুষী হৈ থাকিব নোয়াৰে। আৰু কানীয়া লোকৰ সন্তানবোৰো আন লোকৰ সন্তানৰ নিচিনা শকত আৰু ভাল নহৈ, ডাঙ্গৰ হলে কানীলৈহে মন দিয়ে।

তাত বাঝে কানীয়া লোকৰ গুণ ক্ৰমেৰে বেয়া হৈহে যায়; জ্ঞান গুচে, যতে ততে সদাই কলমটিয়াই থাকে, আৰু এলেহুয়াও হয়; আৰু কানি পাবলৈ টান হলে, মানুহক ফাঁকি দি চুৰ আদি কৰি সকলোবিধ অন্যায় কৰে, কিয়নো তাক নেপালে থাকিব নোয়াৰে। ইয়াৰ বাহিৰেও কানীৰ লগত কিমান ধন খৰচ কৰি অকাৰণে পানীত পেলোয়া হৈছে! হায়! হায়! এই অসম দেশত বছৰি বছৰি কত লাখ টকা এই সহজৰ দ্বাৰায়েই পেলোয়া হৈছে, তাক মানুহে জনা হলে, কেনে বিস্ময় মানিলেহেঁতেন। প্ৰতি গাঁৱে তাৰে সৈতে এটা এটা ভাল স্কুল পাতি লৰা চোয়ালি আটাইবোৰকে ভালকৈ শিখাই জ্ঞান দিব পাৰিলেহেঁতেন।

আৰু যি মানুহ এতিয়া দৰিদ্ৰ, যাৰ গৰু তাকৰ, ঘৰো বেয়া, আৰু জাৰ কাললৈ যেয়ে ভাল কাপৰ কিনিবও নোয়াৰে, সেই মানুহে কানী খাবলৈ এৰি তাৰ খৰচ খনি সাচি থোয়া হলে, তাৰ কেনে উন্নতি হলহেঁতেন!

কিন্তু মানুহবিলাকে তাক খাবলৈ এতিয়া অলপ অলপকৈ এৰিছে বুলি শুনি বৰ আনন্দিত হৈছোঁ; কিয়নো সম্প্ৰতি অসম দেশৰ ঘোৰ ৰাতিৰ শেষ ওচৰ হোয়াত অলপমান

অৰুনোদয় যেন দেখিছোঁ।

যিবিলাক ভদ্ৰলোকে এই দেশৰ উন্নতিলৈ চিন্তি অপেক্ষা কৰিছে, সিবিলাকে অতি হিত কৰম কৰিবলৈ শুভ কাল আহিল। এতিয়া কোনো ভাল লোক ওলাই লোকবিলাকক বৰকৈ উদগাই, অনেকক সেই কানীৰূপ সমুদ্ৰৰ পৰা ৰক্ষা কৰিলে, সেই জনৰ নাম দেশৰ বিবৰণত চিৰস্মৰণীয় হব; আৰু তেওঁ জীয়াই থকা কালত দেশৰ মানুহবিলাক যে আগতকৈও ভাল হৈ গল, এই কথা তেওঁ আপোন মৰণ কালত জানিব পাৰিব।

যুবা ভদ্ৰলোকসকল গোট খাই কানীৰ বিৰুদ্ধে সভা পাতি কিমান লোকক সেই কুসহজৰ পৰা এৰুয়াব পাৰে, তাৰৈ পুৰুষাৰ্থ ৰাখি, আমাক তাৰ বুঝ দিয়া হলে আমি বছৰি বছৰি আমাৰ, সমাচাৰ পাত্ৰত প্ৰকাশ কৰাত সিও অতি আনন্দৰ কথা হলহেঁতেন।

কিন্তু মানুহে যে নিশ্চয়কৈ কানী এৰিব পাৰে, ইয়াকে বুঝা অতি প্ৰয়োজন। মানুহে কানী এনেই এৰিলে যে অনেক দিনলৈকো বৰ দুখ পাব, ইয়াকে মই বুঝিছোঁ; কিন্তু সেই দুখ কেৱল ১৫ দিন মানলৈহে থাকে। তথাপি তাৰ আৰু উপায় আছে; অৰ্থাৎ তাক এৰিবলৈ অনেক ঔষধ আছে।

মানুহে জনা অনেক বিষাল ঔষধ আছে, কিন্তু সেইবোৰৰ নাম ময় প্ৰকাশ কৰিব নো খোঁজো; কিয়নো কোনো অজ্ঞানী মানুহে কি জানি তাক সৰহকৈ খাই মৰিব। কিন্তু একো দুখ নি দিয়া এনে এটা ঔষধো আছে, তাক সাহাব লোক থকা সকলো জিল্লাতে পোৱা যায়; সেই বস্তুৰ নাম কফি, আৰু সাহাব লোকে তাক চাহৰ দৰে উতলাই খাই। সেই ৰূপে কানীয়া মানুহেও কানী এৰি, পূৰ্ব্বে কানী খোৱা সময়তে যদি কফি ভাজি গুৰি খুন্দি পানীত উতলাই তাৰ ৰস খাই, তেন্তে কানীৰ ৰাগি আৰু তাৰ দুখো গুচিব। এই ৰূপে এমাহ মানলৈ খাই থাকিলে, পাছে সেই কফিকো সমুলি এৰিব পাৰিব।

কানী এৰিবলৈ আৰু এবিধ ভাল শাক আছে বুলি আমি পুৰ্ব্বৰ কমিস্যনৰ শ্ৰীযুত জেঙ্কিঞ্চ সাহাবৰ দ্বাৰায় শুনিছোঁ; সেই শাকৰ নাম বন জালুক। সেই মান্যবন্ত সাহাবে শ্ৰীযুত ডক্তৰ চিমঞ্চ সাহাবলৈ এই ৰূপে লিখি জনাইছে, বোলে, কামৰূপৰ অনেক মানুহে কানী এৰিবৰ নিমিত্তে সেই বন জালুক সৰহকৈ গোটাই সাঁচি থৈছে। মানুহৰ হিতলৈ চাই এই উত্তম কথা অৰুণোদয় পত্ৰত ছাপি দিছোঁ। সেই বন জালুকক কেনেকৈ খাব লাগে, আমি তাৰ বুঝ নেপাওঁ; কিন্তু অনেক মানুহে সেই ঔষধৰ গুণ জানে, আৰু তাক পগাই খাব পায়।

হে পাঠক সকল, এতিয়া তোমালোকেও হিন্দুলোকৰ কোনো পৰিয়াল বা বন্ধু বা মিতিৰ কুটুম, বা চুবুৰিয়াও যদি সেই দুৰ সহজত আছে, তেন্তে সিবিলাকক এই সকলো কথা জনাই উন্নতিৰ পথলৈ আনিবৰ নিমিত্তে পৰিশ্ৰম কৰাহঁক; তাতে তোমলোকৰ কৰমৰ দ্বাৰায় অনেকৰ অনেক বিধ লাভ হ'ব।



# সভ্য হবলৈ নিবেদন।

১৬ বছৰ। নম্বৰ ৮। আগষ্ট, ১৮৬১।

শ্ৰীযুত অৰুণোদয় সম্পাদক মহাশয়েষু,

সমুচিত সন্মান পূৰ্ব্বক নিবেদনং। সম্পাদক মহাশয়, আমি দেশৰ লোকবিলাকৰ অৱস্থাৰ বিষয়ে অলপমান ৰচনা কৰি প্ৰাৰ্থিত হলোঁ, যেন আপুনি অনুগ্ৰহ কৰি অৰুণোদয় পত্ৰৰ এচুকত ছাপি দি চিৰ বাধিত কৰিব।

হায় হায়! আমাৰ অসম দেশৰ লোকবিলাক কেতিয়াকৈ নো সভ্য হ'ব? সভ্য হ'বৰ আশা থাকিব পাৰে নে? আজি প্ৰায় ৩০ বছৰমান কম্পানী বাহাদুৰ এই দেশৰ অধিকাৰ হৈ যিমান উপকাৰ কৰিছে, কিন্তু অসম দেশৰ মানুহ সেই উপকাৰৰ ফল ভোগ কৰিবলৈ চেষ্টা ন কৰি, তাক কেৱল অপকাৰ হেন জ্ঞান কৰি তাৰ পৰা মুকুত হবলৈহে সদা সৰ্ব্বদায় যতন কৰে। দেখাচোঁন গবৰ্ণমেন্টে ইমান খৰচ কৰি লোকৰ উপকাৰ হবৰ নিমিত্তে ঠায়ে ঠায়ে স্কুল থাপন কৰিছে; কিন্তু আমাৰ মানুহে তাক উপকাৰ জ্ঞান কৰোক চাৰি, কেৱল অপকাৰহে বোধ কৰিছে। আমাৰ দেশৰ মানুহে লৰাই ইংৰাজি পৰ্হিলে জাত যায় বুলি ভয়ত স্কুলত পৰ্হিবলৈ নিদিয়ে; কিয়নো তেওঁবিলাকৰ মানত মানুহৰ জাত চুলিতহে থাকে, চুলি কাটিলেই জাত নেথাকে; আৰু দৰ্ম্ম কাপৰত থাকে; এই কাৰণে যদি আমাৰ দেশৰ মানুহে চুৰিয়া নি পিন্ধি ঠেঙ্গা ইত্যাদি পিন্ধে, তেনে হলে ধৰ্ম্ম নষ্ট পায়, হায় হায়, কেনে দেশ! মানুহৰ জাতি ধৰ্ম্ম চুলি আৰু কাপৰত হে থাকে। অসম দেশৰ মানুহে জাত নেথাকে বুলি লৰাক বিদ্যা নিশিকাই; কিন্তু যেতিয়া সিৰস্তাদাৰ আৰু পেস্কাৰ সকলত ধৰি কাছাৰিত ৪।৫ টকাতে মহৰি সোমাই, তেতিয়া বা জাতটো কত থয়? সেই সময়তহে চুলিলৈ যায় হবলা। এনেকৈ হলে খ্ৰীষ্টিয়ান, বা অন্য জাতি মানুহক ছুলেও গা ধোএ, কিন্তু কাছাৰিত বৰ সাহাব জনাত হলে দোষ নাই; তেওঁ ৰজা হোৱা দেখি, সেই নিমিত্তে তেওঁৰ ছুয়া পাত অৰ্থাত ভাত খোৱা মেজ ছুই ঘৰত আহি জলপান খালেও দোষ নাই। চিঃ চিঃ! এই দেশী মানুহ নো কেনে, যে দুটকা ৰূপলৈকে লোকৰ ভৰিত পৰে, কিন্তু হেজাৰ টকা পাবলৈকো চেষ্টা নকৰে। চোয়াচোন, একে

লগৰ বঙ্গাল দেশত কিমান উন্নতি হৈছে। "ইয়ং বঙ্গাল" অৰ্থাৎ ডেকা বঙ্গালীবিলাক বৰ সভ্য ও সুশিক্ষিত, তেওঁবিলাকে এই "চুপৰষ্টিস্যন" অৰ্থাৎ মিছা ভ্ৰান্তিৰ পৰা কেতিয়াবাই মুক্ত হল। হে পৰম ঈশ্বৰ আমাৰ এই দুখিত অসম দেশক এই দুখিত অৱস্থাৰ পৰা কেতিয়া মুক্ত কৰিব? অসম দেশত গণক, বামুণ, মঙ্গলতী এই সকলেই অনেক প্ৰকাৰে উন্নতিৰ পথ বাধা কৰিছে; কিয়নো তেওঁবিলাকে "গ্ৰহৰ দোষ, বুৰা ডাঙ্গৰিয়াৰ দোষ", এই বুলিয়েই মিছা মিছাকৈ ফাঁকি দি খাই। তেওঁবিলাকে লৰাই ইংৰাজি পৰ্হিলে বাপেক মাকৰ পিণ্ড নিদিএ বুলি কয়; কিন্তু যিবিলাকে যি দুটি এটি পিণ্ড দিবলৈ বৰ আশা কৰি থয়, সেই লৰাৰ বা কি গতি হয়, আৰু বাপেক মাকৰো নো কেনেকৈ পিণ্ড দিয়ে, তাক কানীয়াৰ কীৰ্তন পৰ্হা সকলেই জানিছে। তেওঁ ইমানতো কইহে, বোলে ইংৰাজি পৰ্হিলেই জাত যায়; কি মিছা ভ্ৰান্তি একা? ইংৰাজি পৰ্হিলে বা কিমান জ্ঞানী হই, তাক পৰ্হা সকলেহে জানে; তেওঁবিলাকে বুৰা ডাঙ্গৰিয়া, জলখাই ডাঙ্গৰিয়া, শণিৰ দোষ, মঙ্গলৰ দোষ, তুলশি গছ, সালেগ্ৰাম আৰু ভুত পিসাঁচ, এইসকল পাপক নে মানে। কিন্তু অতি উৎকৃষ্ট ধৰ্ম্মক অবলম্বন কৰে; লোকৰ দুখত উপকাৰ কৰি, ষেত মাশনব লিলা সম্বৰণ কৰে। কিন্তু বিদ্যাহীন সকলে এই ধৰ্ম্ম আশ্ৰয় লব নোৱাৰি, প্ৰায় চোৰ, ডকাইত, ফাঁকি, আৰু ঠগবাজ হয়; তেনেহলে তাৰ ধৰ্ম্ম থাকিল?. কিন্তু আজি কালি সকলো গৈ চুলিতহে মাত্ৰ জাতটো আছে, তাক যেয়ে কাটে তাৰ জাত যায়। আহ, বিদ্যাৰ কি গুণ। বিদ্যাৰ গুণ যদি এই দেশত অলপ বিস্তাৰিত হবলৈ পায়, তেনেহলে ময় ঠিক কৰি কব পাৰোঁ, ঘোৰাৰ নেজৰ নিচিনা চুলিত জাত বান্ধি নথব, আৰু তাৰ গুণেৰেই অনৰবোৰ মিছা ভ্ৰান্তিৰ পৰা উদ্ধাৰ হৈ সত্য পৰম ঈশ্বৰক ভক্তি কৰি কেনে সুখেৰে কাল নিয়াব পাৰিব। এতেকে, হে অসম দেশৰ যুবা সমুহ সকল, তোমালোকে বিদ্যা স্বৰূপ ৰত্নৰ অলপ ভাগ পাইছা; সেই নিমিত্তে তোমালোকক হাত যোৰকৈ জনাওঁ, যেন তোমালোকে এই বিদ্যাৰ গুণকে প্ৰকাশ কৰি আৰু অন্য সকলকো তালৈ পথ দেখুয়াইঁক; তোমালোকে এনে নকৰিলে, আগৰ বুঢ়া সকলৰ পৰা এই জন্মত কেতিয়াও ভৰসা কৰিব নোয়াৰি। ইয়াকে নিবেদন কৰোঁ।

শিৱসাগৰ স্কুল,
৫ আগষ্ট ১৮৬১।

নিতান্ত অনুগৃহিত
এজন স্কুলৰ ছাত্ৰ।



# নম্ৰতাই জ্ঞানৰ ফল।

১৬ বছৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৬১।

কোনো এক সময়ত এটা ডেকা গঁফাল মানুহে এজনা অতি জ্ঞানী বুৰাক আলি বাটত লগ পালে; তাত ডেকাই অতি অহঙ্কাৰেৰে আপোনাৰ মুৰ থিয়কৈ বাটত ফুৰি আছিলে, কিন্তু সেই বৃদ্ধ জনাই হলে মুৰ দোঁৱাই ফুৰি গৈছিল। তেতিয়া ডেকাটে সেই বুৰাৰ আগত এই কথা ক'লে, বোলে, হেৰা, তুমি কি কাৰণে আপোনাৰ মুৰ তলকৈ ফুৰিছা? তেতিয়া বুৰাই মুৰ দাঙ্গি তাক এই উত্তৰ দি বুলিলে, হে ডেকা, তুমি বাটৰ কাখৰত থকা ঘেঁহু ধান দেখিছা নে? তাতে ডেকাটে সন্নিধান দি ক'লে, হয়, আতা, দেখিছোঁ। বুৰাই শুধিলে, তেন্তে তুমি সেই ঘেঁহু ধানবোৰৰ কোনো কোনোৰ থোক দাঙ্গ খায় থকা, আৰু কোনো কোনোবোৰ থোকক তললে মুৰ দোঁৱাই থকা দেখিছা, ন হয় নে? বাৰু , তাৰ যি কাৰণ, তাক কওঁ শুনা; যিবোৰ থোকত গোট নাই পতানহে, সেইবোৰ থিয়ৈ থাকে, কিন্তু যিবোৰত গোট আছে, সেইবোৰ থোকেই তললৈ মুৰ দোঁৱাই থাকে। ইয়াকে কৈ সেই বুৰা মানুহ জনাই ডেকাক চালাম দি বিদায় লৈ গুচি গ'ল। তাতে সেই ডেকাও সেই কথাত অতিশয় লাজ পায় গুচি গল। এয়ে ঠিক কথা আৰু ইয়াত এটা উত্তম উপমাও আছে। দেখা, যি জনৰ অধিক জ্ঞান আছে, সেই মানুহেই নম্ৰ। যি মানুহৰ ঘৰত বিস্তৰ সোণ থাকে সি আপোনালৈ কাঁহৰ বা পিতলৰ অলঙ্কাৰ গহাঁই, তাৰ ওপৰত ৰাঙ্গ পাতা লগাই সোভা ন কৰাব; যি নদীৰ পানী দ, সেই পানী নিসমৰ ৰূপে ধীৰে ধীৰে বৈ যায়; কিন্তু যাৰ পানী তৰাঙ্গ, সেই নদীতহে তৰ্জন গৰ্জনৰ কোলাহল শুনি। পৃথিবীৰ মাঝত আটাইতকৈ যত যত প্ৰধান প্ৰধান দেশ আছে, সেই সেই দেশবিলাকৰ ৰজাই প্ৰায় একো অহঙ্কাৰ নে দেখাই; কিন্তু যি যি ৰজাবিলাকৰ ৰাজ্য সৰু, অৰ্থাৎ যিবিলাক কেৱল নামেৰেহে ৰজা, এনে ৰঝা সকল যেতিয়া যেতিয়া ফুৰিবলৈ ওলাই যায়, তেতিয়া সিবিলাকে আপোনাৰ পাছত লা লস্কৰ, সেনা সেনাপতি লয়, আৰু আগতো কালী ভেঁৰি আদি অনেক বাদ্যেৰে বাদ্য কৰে আৰু আপুনি হাঁহিত

উঠি, গা ঘেলাই ঘেলাই ময় পৃথিৱী খনৰে ৰজা হেন জ্ঞান কৰি, প্ৰজাবিলাকৰ আগত আপোনাকে কোনো এক মহা দেৱতা যেন প্ৰখ্যাত কৰে। যেতিয়া কোনো দুখিয়া মানুহৰ লৰাই গোটা চাৰেক পয়চা পায়, তেতিয়া সি তাত অতিশয় ৰঙ্গ কৰি তাৰ লগৰ আন আন লৰাৰ আগত সেই কথা কৈ বৰ হায় পাতে; কিন্তু যাৰ লাখ লাখ টকা থাকে, সি কেতিয়াবা হেজাৰ টকা পালেও অলপ হেনহে জ্ঞান কৰে। যেনেকৈ কোনো এটা বৰ পিপাত একলহ মান পানী ভৰাই তাক জোকৰাত, সি তাকৰিয়া পানীৰ কাৰণে খলকনি খায় বৰকৈ শবদ কৰে কিন্তু তাক পানীৰে নিশ্চেইকৈ ভৰাই জোকাৰিলে, সি একো শবদ নকৰিব; কিয়নো খলকনিৰ শবদ হবলৈ তাৰ ভিতৰত ঠায়েই নাই। এ ৰূপে সকলো কথা হৈছে; যি মানুহে ডাঙ্গৰ , আৰু জ্ঞানৱন্ত. যাৰ নিশ্চেই উত্তম মন থাকে, সি আপোনাক কোনো এক মহত লোক হেন ভাবে, গঙ্গা টোপৰ দৰে, সি আপোনাক বৰ বোলাই নু ফুৰে, আৰু একো গঁফ অহঙ্কাৰো ন কৰে ; কিন্তু যি মানুহ একো নহৈও আপোনাৰ মান্য আপুনি যদি বিচাৰি ফুৰে, সি ভুলহে কৰে ; কিয়নো তাৰ নিচিনা অজ্ঞানীএ যদি কেতিয়াবা তাক সেৱা সতকাৰ কৰেও, তেও জ্ঞানী লোকে তাক অকল হেলা কৰি বুলিব , অস, সি বৰ গঁফাল মানুহ। সি আপোনাক কোনো এক মহত লোক হেন ভাবে. গঙ্গা টোপৰ দৰে, সি আপোনাকে আপুনি ডাঙ্গৰটো কৰে ! আমি তাৰ সঙ্গ কেনেকৈ লম? এই ৰূপে জ্ঞানী আৰু ভদ্ৰ লোকৰ মাজত এনে বিধু লোক কেৱল হেলাৰ পাত্ৰহে হয়; ভাল মানুহে তাক কেতিয়াও সমাদৰ নকৰে।

আৰু বিবেচনা কৰি চালে, কাৰণ ওলাই ; দেখা যি মানুহে আপোনাকে জ্ঞানী বুলি বখানে আৰু সেই ৰূপ হৈছোঁ বুলি আপোনাক মানেও , সি আৰু অধিক জ্ঞানলৈ কাৰ্ব্বাৰ ন কৰে ; ময় আটাই জ্ঞানকে পালোঁ হেন ভাবি, এলাহতে থাকে। তাত বাঝে সি আপুনি কেনে ডাঙ্গৰ মানুহ, আৰু কেনে জ্ঞানী হৈছে, আৰু লোকৰ পৰা সি কেনে সেৱা সত্কাৰ পাবৰ যোগ্য , এই ৰূপে আপোনাৰ কথাকে আপোনা -আপুনি ভাবি চিন্তি থাকিয়েই তাৰ আয়ুষৰ কাল নিওয়াত, নকৈ জ্ঞান আৰ্জিবলৈ তাৰ কালেও নো জোৰে। জ্ঞানৰ হলে সীমাও নায় ; জ্ঞান অধিক পালেও, আৰু অসংখ্যা জ্ঞান পাবলৈ আছে এই কথা সকলোও ভাবিবৰ উচিত। নিউটন নামেৰে এজন ইংৰাজীৰ বৰ জ্ঞানৱন্ত চাহাব আছিল। তেওঁৰ সদ গুণ আৰু জ্ঞানৰ নিমিত্তে তেওঁৰ নাম গোটেই জগততে প্ৰখ্যাত হৈছে ; তথাপী তেওঁ আপোনাৰ বৃদ্ধ কালত এই কথা কৈছিলে,বোলে, জ্ঞান ৰূপ মহা সাগৰৰ তিৰতহে ফুৰি ময় তাৰ পৰা কিছু সৰু সৰু শিল বিচাৰি পায় সাঁচিলো ; কিন্তু জ্ঞান ৰূপ অপাৰ সমুদ্ৰৰ শোতৰ টৌ মোৰ আগত বৈয়ে আছে !

পাঠক সমূহে ইয়াকে বিবেচনা কৰি দেখোক, নম্ৰতাই জ্ঞানৰ ফল ন হয় নে? এয়ে স্বৰূপ কথা ; ইয়াক কেৱে নুই কৰিব নোয়াৰে। বিলাতৰ জ্ঞানৱন্ত লোকৰ মাঝত ই নিশ্চেই প্ৰমানীক হয়।



# "তয়ো মাৰি দিবি"।

**১৬ বচৰ। নম্বৰ ৯। চেপ্তেম্বৰ, ১৮৬১।**

ময় এদিন বাটত ফুৰিবলৈ যাওঁতে দুটা সৰু লৰাৰ দন্দ লাগি ইটে সিটক মৰা মৰি কৰা দেখিলোঁ, সিহঁতৰ বয়স আঠ দহ বছৰ মান হব। সেই দুটা লৰাৰ মাঝৰে এটা বৰ সকত আৰু বলিও আছিল, কিন্তু আনটোৰ শৰীল কিবা নৰিয়াৰ কাৰণে ক্ষীণ আৰু নিৰ্ব্বলীও। এই হেতুকে সকতটে ক্ষীণটোক অনেক মাৰিলে। পাছে সি লগৰীয়াৰ হাতৰ কোব কিল খায় কান্দি কান্দি বাপেক মাকৰ আগলৈ লৰি গৈ আপোনাৰ যি যি হৈছিল, সেই আটাইকে সিহঁতৰ আগত আকও কান্দি কান্দি কবলৈ ধৰিলে। আৰু সেই কথা কওঁতে আপোনাৰ দোষ নিশ্চয়ে লুকায়, সিটৰ জগৰহে বৰকৈ দেখায়কলে, বোলে, আমি দুয়ো বাটত ঘিলা খেলি উমলি আছিলোঁ ; তাতে ময় তাতকৈ ঘনে ঘনে জিকি থাকোঁ দেখি, কটা, তইহে ঘনে পতি জিকি থাক, এই বুলি আহি সি মোৰ গালত চৰ মাৰি দিলে, তাতে বোপাইৰ আগত কৈ দিওঁগৈ বোলাত, সি আকও ধৰি মোক এই দৰে পাৰে মানে মাৰিলে। পাছে বাপেক মাকে লৰাৰ মুখৰ পৰা এই ৰূপ কথা শুনি, একো বিচাৰ পৰ ন কৰি, বৰ খঙ্গেৰে পুৰ হৈ, আপোনাৰ পুতেকত কলে, বোলে, সি যে তোক মাৰিলে, তয় নো তাক নে মাৰিলি কিয়? আজিৰ পৰা তয়ো মাৰি দিবি ; যি জহ জগৰ লাগে, তাৰ উত্তৰ ময় দিম।

হে পাঠকসকল, বিশেষকৈ হে পিতৃ মাতৃ সকল, তোমালোকৰ নিমিত্তেই এই কথাটো লিখা হৈছে। দেখা, লৰাৰ কথা শুনিয়েই যে বাপেক মাকে এনে অনুচিত কুসাহলৈ লৰাক বুদ্ধি দি আ গ বৰ্হাই দিয়ে, ই নো কেনে কথা ! পিতৃ মাতৃৰ মুখৰ পৰা এনে কথা শুনিলে সেই লৰা আপুনি বেয়া হবলৈ কি বাধা থাকিল? এনে লৰা যে আগলৈ দুষ্ট হৈ নে যাব, ইয়াত একো সংশয় নাই। পাঠক সকলে এই কথা পৰ্হি এনেকুৱা কথাত আপোনাৰ লৰা-চোয়ালিক কেনে বুধি দিয়া উচিত, তাক আপোন আপোন মনে দাঙ্গি পাৰি চাওক। সেই লৰাৰ মাক বাপেক ধৰমী লোক হোয়া হলে, সিবিলাকে আপোনাৰ সন্তানক সেই ৰূপ কুসাহলৈ বুদ্ধি দিলেহেঁতেন নে ? কেতিয়াও ন হয়। ধৰমী লোক হোয়া হ'লে, লৰাই এনে কথাত আগলৈ কি ৰূপ সহণিয় হব

পাৰিব, আৰু অপকাৰৰ শলনি অপকাৰ নিচিন্তি, আপোনাক দুখ দিয়াবোৰৰে কেনেকৈ উপকাৰ চিন্তিব পাৰিব, সেই ৰূপ কথাৰেহে লৰাক শিকনি দিলেহেঁতেন। আৰু ধৰমী হোয়া হলে, লৰাৰ মুখৰ কথা শুনিয়েই ক্ৰোধেৰে তাৰ সিদ্ধান্ত নিদি, সেই কথা সঁচা কি মিছা, আগয়ে তাৰ ঠিক প্ৰমাণ বিচাৰিহে লৰাক উত্তৰ দিলেহেঁতেন। কিন্তু এইদৰে নকৰি অবিবেচনা ৰূপে " তয়ো মাৰি দিবি", এনেকৈহে কলে। পাছে লৰাই তেনে কথা শুনি, লোকলৈ তাৰ মনত কেনে হিংসা ৰূপ অগ্নি জ্বলি, তাক দুখ দিয়াটোকো দুখ দিবলৈ আপোনাৰ মনত কুআলচ চিন্তিবলৈ ধৰিছিল। কিন্তু যি পিতৃ মাতৃয়ে আপোনাৰ সন্তানক এইৰূপ অনুচিত শিকনি দিয়ে, সিবিলাকে আপোনাৰ সন্তান ডাঙ্গৰ হলে, তেনেকুৱা শিকনি দিয়াৰ বিষম ফল ভোগ ন কৰিব বুলি কোনে ভাবিব পাৰে? নিশ্চয়ে এনে লৰাই আগলৈ অতি তিক্ষ্ণ শুলেৰে তাৰ পিতৃ মাতৃৰ হৃদয় বিদাৰিব; ইয়াত একো সংশয় নাই।

এতেকে, হে পিতৃ মাতৃ সকল, তোমালোকে আপোন আপোন সতি সন্তানক সিবিলাকৰ সৰু কালত যি ৰূপ শিক্ষা দিছা, তালৈ সাৱধান হোয়া। কিয়নো তোমালোকে লৰা চোৱালিক সৰুতে যেনেকৈ শিকোৱা, সিবিলাকে তেনেকৈ শিকিয়েই ডাঙ্গৰ হব। এই কাৰণে ঈশ্বৰে ভয়েৰে আপোন আপোন সন্তানক ধৰম ৰূপ শিকনি দিয়া; তেনে কৰিলে, তোমালোকে বৃদ্ধ কালত সিবিলাকৰ পৰা সন্তোষ পাবা, আৰু সন্তানেও তোমালোকৰ পৰা তেনে সজ শিকনি পোয়াত তোমালোকক উত্তম ৰূপে সমাদৰ কৰিব।

ন. ল. ফ.



# শ্ৰীযুত ব্ৰাওন চাহাবৰ পত্ৰ।

নুয়ৰ্ক নগৰ, জুলাই ৪ তাৰিখ, ১৮৬১।

১৬ বছৰ। নম্বৰ ১০। অক্তোবৰ, ১৮৬১।

শ্ৰীনধি লিবাই আৰু কলিবৰ আদি কৰি আমাৰ সকলো খ্ৰীষ্টীয়ান ভায় ভনীবিলাক লৈ পাদুৰি ব্ৰাওন চাহাব আৰু মেম চাহাবেও হেজাৰ হেজাৰ চেলাম দিছে।

হে আমাৰ প্ৰিয় সকল, তোমোলাকৰ পত্ৰসকল পাই আমাৰ বৰ আনন্দ লাগিছে; শ্ৰীযুত হোয়াইটিং চাহাবে মোৰ হাতত দিলত, ময় ঘৰলৈ আনি সেইবোৰ পৰ্হি মেম চাহবকো শুনালত আমাৰ দুয়োৰো চকুৰ লো ওলাবলৈ ধৰিলে; কিয়নো আমি বহু দিনৰ পৰা তোমালোকৰ একো চিঠি পোয়া নাই, আৰু তোমালাকে আমাৰ পৰা এখন চিঠি মাথো পালা, তাক শুনি আমি বৰ বিস্ময় মানিছোঁ। কেতিয়াবা ময় আৰু মেম চাহাবেও লিখিছোঁ বুলি ভাবোঁ, কি জানি বাটত ডাকে নিওঁতে কোনোবাই এৰিলে। তথাপী এতিয়া লিখি তোমালাকলৈ আমাৰ যি প্ৰেম চেনেহ সদাই থাকি আছে, তাক জনাম।

হে আমাৰ প্ৰিয়সকল, আমি তোমালোকৰ কথা শুনি বৰ আনন্দ পাইছোঁ, কিয়নো তাৰ দ্বাৰায় আমি জানিছোঁ তোমোলোক এতিয়ালৈকে ধৰমত থিৰ হৈ আচাইক, আৰু তোমোলাকৰ মাজৰ প্ৰায় কোনো শিষ্য উভতি ন গল; কিন্তু প্ৰভু য়ীচু খ্ৰীষ্টৰ অনুগ্ৰহত থাকি স্বৰগৰ পবিত্ৰ পথত চলি আছা; আৰু পাছে সেই পৰম থানত আমি সকলো এ আনন্দেৰে দেখা দেখি হবলৈ পাম; তাতে আমাৰ আনন্দ পুৰ হ'ব।

আৰু তোমালাকে যি কথা আমাৰ উভতি যাবৰ অৰ্থে লিখিলা, তাক পৰ্হি আমি যাবলৈ বৰ ইচ্ছা কৰিছোঁ। আমি আপোনাৰ পো জী বিলাকৰ লগত, অৰ্থাৎ তোমালোকে সৈতে মৈদামত পৰি প্ৰভুৰ দিনলৈকে একে লগে, একে মাটিতে, যেন থাকিম, আমাৰ এই অতি বাঞ্ছা। কিন্তু যাব পাৰিম নে নোয়াৰিম, তাক আমি কব নোয়াৰোঁ, ঈশ্বৰেহে জানে। দুই তিনি বছৰলৈকে আমাৰ এনে আশা আছিল, কিন্তু এতিয়া প্ৰায় আশা গুছিল। তিনি বছৰ মান ময় বৰ নৰিয়া হৈ প্ৰায় একো কাম কৰিব নোয়াৰিছিলোঁ। পাছে ক্ৰমে ক্ৰমে কিছু শক্তি পায় অলপ কাম কৰিব ধৰিলোঁ। তাতে এই নুয়ৰ্ক নগৰত প্ৰচাৰ কৰা

এখন সমাচাৰ পত্ৰ ( যাক আমেৰিকান বাপ্টিষ্ট বোলে, ) তাক লিখা চাহাব নবিয়া পৰাত তেওঁৰ বিষয় লবলৈ মোক মাতিলে। তেতিয়া ময় সেই কাম লৈ এতিয়ালৈকে তাকে কৰি আছোঁ। সেই সমাচাৰৰ লগত যি মিশ্যনেৰি সমাজ আছে ; সিবিলাকৰো মিশ্যনেৰিবিলাক ঠায়ে ঠায়ে আছে ; কোনো মান দেশত আছে, কোনো যাপান দেশত, কিন্তু প্ৰায় আফ্ৰিকা লোকৰ কাৰণে সেই মিশ্যনেৰি সমাজ যুগুত কৰা হৈছে। কিয়নো এতিয়ালৈকে এই আমেৰিকা দেশত আফ্ৰিকা লোকক বন্দি কৰি বৰ দুখ দিয়ে। দক্ষিণৰ লোকে বন্দি কিনি অশীমা দুখ দি তাৰ দ্বাৰায় চহকি হৈ যায়। সিবিলাকৰ সহায় হৈ আমি এই মহাপাপ দেখায় সিবিলাকক এৰুয়াবলৈ শিকাই থাকোঁ। আৰু আমাৰ কেতবিলাক আফ্ৰিকা কলা মিশ্যনেৰি লোকো আছে। এই কামত থাকি ময় ক্ৰমে তাত বৰ উচাহি হৈছোঁ ; তথাপী দুই তিনি বেলি আমাৰ সমাজত কৈছিলোঁ, বোলোঁ, মোক এৰি দিয়া , তায়ে ময় আগৰ কাম কৰিবলৈ অসমলৈ যাওঁ। কিন্তু সমাজৰ লোকে তাত মন নি দিলে। আৰু এতিয়া ফ্ৰিমিশ্যন কৰম অৰ্থাৎ আফ্ৰিকা লোকৰ উপকাৰ কৰি থাকিবলৈ অতি প্ৰয়োজন। এতেকে ময় কি কৰিম ? দুই ফালে দুটা মনে ধৰি টানিছে, কলৈকো যাবলৈ শক্তি নাই। আৰু এতিয়া এই দেশত ঈশ্বৰৰ শাও পৰিছে বুলি জানিচোঁ ; কিয়নো বন্দি বেচা কিনা লোকে আমাৰ ওপৰত অধিকাৰ হবলৈ এতিয়া ৰণ পাতিছে। আমাৰ প্ৰেচিদেন্ত ৰজা আৰু তেওঁৰ ৰাজ নগৰৰ অহিতে ১০০০০০ মান ৰণুয়া আনিছে, আমাৰ ৰজা অতি ধৰমী হৈ বহু বেলি সহিথাকিলে, দুখন তিনি খন নগৰ কোঁঠ সিহঁতে যুদ্ধ কৰি ল'লে। এতিয়া প্ৰেচিদেন্ত লিঙ্কন চাহাবে আৰু সহিবলৈ যোগ্য নে ভাবি ৰণুয়া মাতি গোটালে। প্ৰায় ২০০০০০ মানুহ আমাৰ ফালে ওলাল। কেতবোৰ সৰু সৰু যুদ্ধ হ'ল, ৫।১০।২০, এইমান মানুহ ঠায়ে ঠায়ে যুদ্ধত পৰিল। বৰ যুদ্ধ বেগাই হব, কি জানি আজি কাইলৈ, বা পৰ্শুইলৈ বাৰ্ত্তা পাম। আৰু সিহঁতৰ চাৰিওফালে প্ৰেচিদেন্ত চাহাবে বন্ধ কৰি সিহঁতৰ জাহাজ ওলাব, বা সোমাব নোয়াৰকৈ ৰাখিছে ; তাতে কাৰো সৈতে বেচা কিনা কৰিব নোয়াৰে।

হে আমাৰ প্ৰিয়বিলাক, আমাৰ আৰু বহু কথা কবলৈ আছে; কিন্তু চিঠি প্ৰায়ে পুৰ হল। আজি অৰ্থাৎ জুলাই ৫ তাৰিক্ষত শ্ৰীযুত দেন্‌ফৰ্থ চাহাব আৰু মেম চাহাব আহি আমাৰে সৈতে বহু অসমীয়া কথা কোয়া কুই কৰিলে। হোয়াইটিং মেম চাহাবক নে দেখিলোঁ, চাহাবকহে দেখিলোঁ। আৰু তলমান চাহাবকো দেখিলোঁ, তেওঁৰ গা ভাল হোয়া নাই। উভতি যাব নোয়াৰিব হবলা। স্তদাৰ্দ চাহাব আৰু মেম চাহাবক বহুদিনৰ পৰা দেখা নাই। মোৰ আপোন পিতৃ আৰু ভায় ভনীকো দুবছৰ মানৰ পৰা নে দেখিলোঁ। এই বছৰৰ ভিতৰত উইলি বাবাই মন পালটাই খ্ৰীষ্টত আশ্ৰয় লৈ বুৰ পালে। লিজী



বাবাই আমাৰ ওচৰত থাকি ইস্কুলত চোয়ালীবোৰক পৰ্হাইছে। শেষত কি ক'ম? তোমালোক যেন ধৰমত থিৰ হৈ থাকা, আৰু ধৰম যেন তোমালাকৰ শুকৰমৰ দ্বাৰায় বাৰ্হি যায়, আৰু এই সংসাৰত আমাৰ সকলোৰে দিন ওৰ পৰিলে, তোমালাকে আমিও একে ঠাইতে নিবাস যেন পাম, আৰু প্ৰভু য়ীচু খ্ৰীষ্টৰ চৰণত অনন্ত কাললৈকে পৰি স্তুতি গীত যেন গাম, এয়ে আমাৰ সদায় প্ৰাৰ্থনা।

তোমালাকৰ প্ৰিয় মিতিৰ

শ্ৰীব্ৰাওন চাহাব

আৰু শ্ৰীমতী মেম চাহাব

# নগএঞা দ্রোহী লোকৰ চৰিত্ৰ বৰ্ণন।

১৬ বছৰ। নম্বৰ ১১ । নৱেম্বৰ, ১৮৬১।

আমি যোৱা মাহত নগাঁৱৰ দ্ৰুহী লোকৰ অৰ্থে যি বাৰ্ত্তা শুনিলোঁ, সেই কথা আমাৰ অৰুণোদয় পাঠক সকলো এ শুনিব পাই; এই হেতুকে তাৰ বিশেষ সম্বাদ ইয়াত চাপিবলৈ বৰ প্ৰয়োজন নাই ; অকল সেই দ্ৰুহীবোৰৰ চৰিত্ৰ কিছুমান পাঠক সমূহৰ সন্তোষৰ নিমিত্তে বৰ্ণনা কৰিব খোজোঁ।

দেখা, কোনো এক ৰজাই আন ৰজাৰে সৈতে যুদ্ধ কৰিব খোজে, তেতিয়া তেওঁ অনেক বিবেচনা কৰি আপোনাৰ ৰাজ মেলৰ পাত্ৰ মন্ত্ৰী সকলোএ সৈতে নানা ৰূপ আ লচ কৰে ; অৰ্থাত তেওঁ যি জনৰ লগত যুদ্ধলৈ ইচ্ছা কৰিছে, সেই জনৰ সৈন্য আৰু তেওঁৰ পৰাক্ৰমৰ বিৰোদ্ধে আগ বাৰ্হিবলৈ আপোনাৰ সমৰ্থ আছে কি নাই, এই কথা প্ৰথমে বিবেচনা কৰি চাই। আৰু যদি শত্ৰু ৰজাৰ বিৰোদ্ধে আগ বাৰ্হিবলৈ আপোনাৰ সমৰ্থ আছে বুলি নিশ্চয়ে জানে, তেতিয়াহে সেই কৰমলৈ উদ্যোগ হয়। আৰু তাত বাঝেও নানা ৰূপে ৰণৰ সামগ্ৰি চাৰিওফালৰ পৰা গোটাই উত্তম উত্তম সেনা সেনাপতীবিলাককো সেই মহা কৰমৰ নিমিত্তে নিয়োজন কৰে। এই ৰূপে যেতিয়া সকলোকে থিৰ কৰা হয়, তেতিয়াহে শত্ৰু ৰজাৰ অহিতে উঠি যায়। কিন্তু আমাৰ দেশৰ নগএঞা লোকে হলে, গোটেই জম্বুদীপৰ অধিকাৰ যিবিলাক, আৰু বলে বীৰ্য্যে জ্ঞানে বুদ্ধিয়েও যিসকল লোক পৃথিৱীৰ আটাই জাতি লোকতকৈ বৰ্হা, এনে মহা পৰাক্ৰমী অজয় লোকৰ বিৰোদ্ধে বিনা অস্ত্ৰে সস্ত্ৰে, বিনা সেনাপতীৰেই দ্ৰোহ পাতি যুদ্ধলৈ ওলাই ! এইবিলাক লোককে জ্ঞানীৰ মাঝত গণিৰ লগিয়া হয়! কিয়নো সিহঁতে অকল ভলুকা হাঁহৰ টাঙ্গোন, আৰু চৰাই পহু কঁৰিওৱা কাঁৰফাঁই আৰু চুঁটিয়া ধেণু আৰু টোনত জাতি বাঁহৰ কাঁৰ আৰু কিজানি কোনো কোনোৰ হাতত দুই এপাট বৰছা আৰু জাঠিও, বা দুখন এখন কঁপি বা আঁকুৰি দাও থাকিব পাই। এনেবোৰ অস্ত্ৰেৰেই ইংৰাজীৰ হিলৈ আৰু বৰ টোপৰ সন্মুখে যুদ্ধলৈ সাহ কৰে। এইবোৰ নো অনুমান সাহিয়াল মানুহ নে ! এনেবোৰেই মহৰ সিঙ্গত কঁকীলা দাঁৰ মৰা মানুহ ! এই নগএঞা মানুহবোৰক যদি



গবৰ্ণমেণ্টে আপোনাৰ সৈন্যবিলাকৰ মাঝত সেনা সেনাপতীকৈ নিয়োজন কৰি লোয়া হলে, তেন্তে ৰূচিয়াৰ যুদ্ধত কেনে মুহূৰ্তে ৰূচিয়াৰ সৈন্য দলক পৰাজয় কৰি চেবাস্তপলৰ মহা কোঁঠবিলাকক ইংৰাজীৰ অধীন কৰি দিলেহেঁতেন।

আমাৰ মানুহে উপকথাত যেনেকৈ কয়, বোলে " মৌপীয়া চটকে পৰ্ব্বত লই তুলি, ঢোল যেন কনি পাৰে চুঙ্গাৰ বাদুলী", তেনেকৈ এই উপকথাই সেই নগএঞা দ্ৰুহীবোৰত কেনে সুন্দৰ ৰূপে খাটিছে। এইবোৰ মানুহৰ এনে কৰমৰ দ্বাৰায় বুঝিছো, সিহঁতৰ মাঝত কোনো কোনো প্ৰধান প্ৰধান মন্ত্ৰী ওলাব পাই ; আৰু কিজানি সেই মন্ত্ৰীবোৰৰ কোনোএ সিহঁতৰ আগত এই ৰূপে কব পাই, " তোমালাকে ইংৰাজীৰ হিলৈ বৰ টোপলৈ কিয় ভয় কৰিছাহঁক? ময় বৰুণৰ বাণেৰে ইংৰাজীৰ হিলৈ বৰ টোপ আটাইবোৰকে কলা কৰি পেলাম, আৰু বৰ টোপৰ গুলিবোৰকো ময় কোঁচ পাতি লম ; তোমালাকে ভয় নক কৰি সিহঁতৰ বিৰোদ্ধে উঠা। আৰু আন কোনোটে কি জানি বুলিছিলে, অ, এই নগাঁও জিল্লাত নো কেইটা ইংৰাজী আছে? যি কেইটা আছে সিহঁতক আমি ভলুকা বাঁহৰ টাঙ্গোনেৰেই গুৰি কৰিম। বলাহঁক ভয় ন কৰিবা ; ময়েই সেই কেইটাক মাৰি পেলাম। তোমালাকে অকল খাজানা গাৰ্ড লুৰিবলৈ মাথোন ওলোয়া ; আৰু ইংৰাজীৰ হিলৈ, খাৰ বৰ টোপ আদি যি যি আছে, সেইবোৰকো ময় হাতকৈ লৈ তাৰে সৈতেই পাচেই আমাৰ বিৰোদ্ধে যিবোৰ আহিব, সেইবোৰক ৰণ কৰি খেদাম।" এই ৰূপে সিহঁতৰ মাঝৰ পৰা মন্ত্ৰীবোৰ ওলাই, লোকবিলাকক ইংৰাজীৰ বিৰোদ্ধে দ্ৰোহ পাতিবলৈ উদগাব পাই। এই কাৰণেই নগাঁয়া লোকে সাহ পাই ইংৰাজীৰ অহিতে উঠিল। কিন্তু হায়, হায়। সেইবোৰৰ কৰমৰ শেষ কি হ'ব, সেই কথা বুঝাওঁতে সুমন্ত্ৰী লোক কোনো নাইকিছিল হবলা। এই কাৰণে নগাঁৱৰ দ্ৰুহি লোকে পানীৰ তলৰ কাঁইট দেখিব নোয়াৰি, তাত ভৰি দিলতে এতিয়া ফুটি মৰিছে, লোকলৈ বুলি হুল পাতি সিহঁত আপুনিয়েই তাত পৰিল। এনেবোৰকহে কুসাহিয়াল মানুহ বুলি জ্ঞানী লোকে কয়। আগেএ সিহঁতৰ যি যি মন্ত্ৰীবোৰ ওপৰে লিখাৰ দৰে লোকবিলাকক সাহ দেখাই ইংৰাজীৰ বিৰোদ্ধে উদগালে ; এতিয়া সিহঁতে ইংৰাজীৰ বৰ টোপৰ সন্মুখে থিয় হৈ তাৰ গুলিবোৰক আপোনাৰ কোঁচ পাতি লোয়া দূৰে থাওক, এক নলিয়া হিলৈৰ আগতে থমকিব নোয়াৰি পৰ্বতে হাবিয়ে পলাই ফুৰিছে। এতিয়া তেনে সাহসীক মন্ত্ৰীবোৰৰ এটাকো চকুৰে দেখিবলৈ নাইকিয়া হল। কুসাহীয়াল লোকৰ দশা এই ! চোয়া! এতিয়া সিহঁতৰ এই সাহীয়ালবোৰৰ কেতবোৰ ফাটক ঘৰত পৰি, কেনে ৰূপে কেঁকাব লাগিছে ! আৰু সিহঁতৰ লৰা চোয়ালী, আৰু তীৰোতাবোৰৰ বা কি গতি হৈছে ! হাই হাই! তাৰ কথা কি কম! আমাৰ অৰুণোদয়ৰ পাঠক সকলে আপোনা আপুনি এই কথা, আৰু এনে লোকবোৰৰ দশাকো অলপ বিবেচনা কৰি চালেই বুঝিব পাৰিব।

ন. ল. ফ.

## জ্ঞানী অজ্ঞানীৰ চৰিত্ৰ বৰ্ণনা।

১৬ বছৰ। নম্বৰ ১১। নৱেম্বৰ ১৮৬১।

জ্ঞানীৰ অজ্ঞান মুৰ্খ শক্ৰ সদা হয়,
মুৰ্খৰ এই মন্দ ভাব জানিবা নিশ্চয়।
চিকাৰী কুকুৰ দেখি বাটৰ কুকুৰ,
ভয় কৰে, ভুঁকী মৰে থাকি বহু দুৰ।
কম্পি মৰে, দেৰ পাৰে, নাহেতো নিকট,
চিকাৰীৰ মহিমা দেখি কৰে ছটফট।
বিষ্টাৰ মক্ষিকা যদি গালত পৰয়,
অশুচি নহয় কভু সকলে জানয়।
মসায় জম্প দিয়ে ৰক্তৰ লোভতে,
মনুষ্যৰ সতৰ্ক গুণে মাৰ খাই মৰে।
পণ্ডিতৰ গুণ যেন আতাৰৰ ঘ্ৰাণ।
ঝাঁপাৰ ভিতৰৰ পৰা ক্ৰমে কৰে দান।
বাজীকৰে ঢোল বজায়, শব্দ মাত্ৰ হয়,
ঢোলৰ ভিতৰে দেখা কিছুমাত্ৰ নায়।
মুখে বোলে নাথ ২, হাতে জঁপে মালা,
বেশ ধৰি ঠগি খায়, ঘটে ছলা ২।
মুৰ্খৰ মুখত মাত্ৰ আছে ফটফটী,
কোনো ঠাইত ঠেলা পালে ভাগে মটমটী।
যদি মুৰ্খে পণ্ডিতকো কৰে পৰাজয়,
মানিককো শিলে খুন্দি কৰে চুৰ্ণময়।



বসন্ত পক্ষিৰ যেন সুমধুৰ বানি,
কাকৰ কাকা শব্দে হয় অধোগামী।
তথাপি নেযায় মান কাকৰ শব্দতে,
গুনিৰ গুণৰ কথা সৰ্ব্ব লোকে জানে,
গুণি নানা ৰঙ্গ কৰে কাব্য শাস্ত্ৰ পঢ়ি,
মুৰ্খে ৰঙ্গ কৰি মৰে কিলা কিলী কৰি।
হেন জানি বালক বিদ্যাত দিয়া মন,
সভা মধ্যে তেতিয়াহে হবা এক জন।
জ্ঞান জানি জ্ঞানৱন্ত ধনী হয় দানী।
ইয়াক ন হলে আমি মুৰ্খ বুলি জানি।

শ্ৰীযুত মুশী কেফায়ৎ উল্লা
ক্ষমতাপন্ন সদৰামীন।

# কাচাৰ আৰু অসম দেশত ছাহ ওলোআৰ কথা ।

১৬ বছৰ । নম্বৰ ১২। ডিচেম্বৰ, ১৮৬১।

কাচাৰ প্ৰদেশত পাঁচ বছৰ মানৰ আগেয়ে কেৱল ঘোৰ হাবিহে আছিল; আৰু পৰ্বতীয়া লোকত বাঝে আন কোনো মানুহ সেই দেশত নাইকিছিল। কিন্তু তাত ছাহ আৰ্যিবৰে পৰা এতিয়া সেই দেশ নিচেই বেলেগ হৈছে। সেই দেশলৈ ৮০ জন মান চাহাব লোক আহি সিবিলাকে এতিয়া ভালেমান ছাহ বাৰি পাতিছে। দেশৰ মাঝৰ ওখ ওখ ভূমি চাই সেই চাহাব সকলে ছাহ খেতি কৰিছে, আৰু বঙ্গালী মানুহবিলাকো আহি সিবিলাকৰ ওচৰতে ৰূপীত মাটী লৈ, সিহঁতে তাত বৰ উত্তম ধানৰ খেতিও কৰিছে। পাঁচ বছৰৰ পূৰ্ব্বে গবৰ্ণমেণ্টে সেই প্ৰদেশৰ পৰা অকল ৫০,০০০ টকা খাজনা পাইছিল; কিন্তু এতিয়া তাত ২০০,০০০ লাখ টকা খাজনা ওলাই। ইয়াৰ আগেয়ে তাত প্ৰায়ে আলি পদুলি নাইকিছিল, কিন্তু এতিয়া চাহাব লোকৰ দ্বাৰাই অনেক আলি বাট কৰা হৈছে। ছাহৰ কামত বছৰি বছৰি ৭০০,০০০ মান টকা খৰছ কৰা যাই। এই ৰূপে হলে আৰু পাঁচ বছৰ মানৰ পাছে সেই প্ৰদেশ এতিয়াতকৈ সকলো কথাতে কেনে বেলেগ হব, আৰু তাৰ মাঝত কিমান অধিক ৰূপে ধন উৎপন্ন হব, ইয়াক লোকবিলাকে বিবেচনা কৰি চাওক। এই অসম দেশতো ছাহেই এক অতি ভাল কৰম হৈছে, আৰু দেশী লোকলৈকো ই বৰ উপকাৰৰ কৰম হই। কিয়নো এই দেশৰ ভিতৰত অলপতে অধিক ছাহ ওলাব ; আৰু সেই কৰমৰ নিমিতে যিমানধন খৰছ কৰা যাই, দেশী লোকলৈ সিমান উপকাৰহে হব ; আৰু তেতিয়া আটাই লোকৰ হাততে ধন পৰিব । দুখীয়া লোকৰ নিমিতে কামো অধিক হব। কিন্তু বিশেষকৈ এই যি দেশ দুই পৰ্ব্বতৰ মাঝৰ এন্ধাৰত প্ৰায়ে আছে, আৰু পূৰ্ব্বে জ্ঞানী দেশে সৈতে কোনো বেৱহাৰ আৰু সমন্ধো নেৰাখিছিল, এতিয়াৰ পৰা সেই ৰূপ আৰু হৈ নেথাকিব। ইয়ালৈ জাহাজবিলাক সদাই অহা যোআ কৰি থাকিব; আৰু ভাটী দেশবিলাকৰ জ্ঞানো কিছু বেগেৰে সোমাই থাকিব।

পূৰ্ব্বে হলে জগতৰ আটাই দেশী লোকে মহা চিন অৰ্থাৎ খেহ দেশৰ পৰাহে ছাহ কিনি কিনি নিছিল ; আৰু তাৰ নিমিতেই অশীমা ধন সেই দেশলৈ নি নি থাকিছিল ; কিন্তু আৰু অলপ কালৰ পাছে এই ফাললৈহে আহিব। আৰু কোনো ৰূপে অসমীয়া লোকে ছাহ অধিক আৰু সাস্তা হোআৰ পাছত যদি আফিম কাণী এৰি, তাৰ সলনি ছাহ খাবলৈ ধৰে, তেতিয়া এই দেশী লোকলৈ বৰ আশা হব। কিয়নো ছাহ হলে, কাণীৰ নিচিনা বিষম আৰু মানুহৰ প্ৰাণ নাসক বস্তু ন হই। তাক খালে মানুহৰ একো বিষম ন কৰে, তাৰ ৰাগী নাই, আৰু কোনো মানুহৰ শৰিলৰ বা মনৰে একো হানি ন কৰে, ছাহ তামোলৰ সমানো সকত ন হই।

# কিৰণ প্ৰকাশনৰ সদ্য প্ৰকাশিত গ্ৰন্থ সম্ভাৰ













